***MAYAMORA BURANJI :*** A religio-historical account of the Moran-Matak-Mayamoras' of Assam depicting different aspects of their life and works written by Shri Shrikumar Dohutia M.A., L.L.B and published by Shri Donde Moran. Price rupees seventy five only.

---

**প্ৰকাশক ঃ** শ্ৰীদণ্ডে মৰাণ
মাকুম শঙ্কৰদেৱ নগৰ
তিনিচুকীয়া, অসম

**প্ৰথম প্ৰকাশ ঃ** মাৰ্চ, ২০০১ চন

**বেটুপাতৰ শিল্পী ঃ** শ্ৰীপ্ৰমোদ কুমাৰ দত্ত

**মূল্য ঃ** ৭৫.০০ টকা মাথোন

**মুদ্ৰক ঃ**
**শৰাইঘাট প্ৰিণ্টাৰ্ছ**
**গুৱাহাটী - ৭৮১০০৩**

# উৎসৰ্গ

সুদীৰ্ঘকাল টঙনা প্ৰাথমিক বিদ্যালয়ত [illegible]সহকাৰে শিক্ষকতাৰ চাকৰি কৰি বৰ্তমানে অৱসৰ জীৱন-যাপন কৰা মোৰ পূজনীয় দেউতা শ্ৰীযুত মূলেশ্বৰ দহোতীয়াদেৱে তেখেতৰ শিক্ষকতাৰ সামান্য টকাৰে আমাক যি উচ্চ শিক্ষা প্ৰাপ্ত কৰিলে; যিজনাই সদায় আমাক সৃষ্টিমূলক আৰু জনকল্যাণমূলক কামত নিষ্ঠাৰে অগ্ৰসৰ হ'বলৈ সততে উপদেশ দিয়ে; কেতিয়াবা মোৰ টকাৰ দৰকাৰ হ'লেই তেখেতে তেখেতৰ সামান্য পেঞ্চনৰ টকাৰে আমাক সহায় কৰি থাকে। তেনেজনা মহান ব্যক্তি, আদৰ্শৱান আমাৰ পিতৃ দেৱতাৰ ওচৰত আমাৰ এই সামান্য গ্ৰন্থখনি অৰ্পণ কৰিলো।

কেম্প ঃ হোটেল মেট্ৰো
পল্টনবজাৰ, গুৱাহাটী

শ্ৰীশ্ৰীকুমাৰ দহোতীয়া
গুৱাহাটী ৯।১।২০০১



প্ৰকাশক ঃ শ্ৰীদণ্ডেশ্বৰ মৰাণ

ঐতিহাসিক 'মায়ামৰা বুৰঞ্জী' প্ৰকাশৰ দৰে পবিত্ৰ কাম সমাপন কৰাৰ সৌভাগ্যবান প্ৰকাশক জন হ'ল তিনিচুকীয়া জিলাৰ মাকুম নগৰৰ সমীপত শঙ্কৰদেৱ নগৰত বাস কৰা উদীয়মান সুন্দৰ আৰু বহল মনৰ অধিকাৰী শ্ৰীযুত দণ্ডেশ্বৰ মৰাণদেৱ। শ্ৰীমৰাণদেৱে এনে কালজয়ী গ্ৰন্থ প্ৰকাশেৰে কেৱল মৰাণ-মটক মায়ামৰা সম্প্ৰদায়ৰে নহয় সমগ্ৰ অসমীয়া জাতিৰেই আজীৱন শ্ৰদ্ধা আৰু গৌৰৱৰ পাত্ৰ হৈ ৰ'ল। শ্ৰীমৰাণ ডিমৰুসোলা গাওঁ নিবাসী প্ৰয়াত মনেশ্বৰ মৰাণ আৰু শ্ৰীমতী টিলি মৰাণৰ জ্যেষ্ঠ পুত্ৰ। শ্ৰীদণ্ডেশ্বৰ মৰাণৰ জন্ম ১৯৬৩ চনত। বৰ্তমান উদীয়মান ক্ষুদ্ৰ চাহ খেতিয়ক ৰূপে পৰিচিত শ্ৰীমৰাণৰ আছে এটি সুন্দৰ ভ্ৰমণ পিপাসী মন। কৰ্মব্যস্ততাৰ পৰা কিছু সময় পালেই তেওঁ ভাৰতৰ বিভিন্ন স্থান দৰ্শন কৰি বিপুল আনন্দ লাভ কৰে আৰু আনকো ভ্ৰমণক শিক্ষাৰ এক অঙ্গ হিচাপে গ্ৰহণ কৰি জীৱনটো সফল কৰি তোলাৰ পৰামৰ্শ দিয়ে। শ্ৰীযুত দণ্ডেশ্বৰ মৰাণৰ সুপত্নী শ্ৰীমতী কেচন্তী মৰাণ এগৰাকী অতিথিপৰায়ণা সু-গৃহিণী। শ্ৰীমৰাণৰ দৰে তেৰোঁ এগৰাকী এটি সুন্দৰ মন—সুন্দৰ ব্যৱহাৰ কথা-বাৰ্ত্তাৰ অধিকাৰিণী।

অৱশেষত মাকুম গৌৰৱ শ্ৰীযুত দণ্ডেশ্বৰ মৰাণৰ সৃষ্টিশীল কামৰ প্ৰতি থকা নিঃস্বাৰ্থ মন আৰু অৰিহণাৰ বাবে কৃতজ্ঞ হৈ ৰ'লো।

কেম্প ঃ হোটেল আনন্দলজ<br>
ৰুম নং ১<br>
পাণবজাৰ, গুৱাহাটী

শ্ৰীশ্ৰীকুমাৰ দহোতীয়া<br>
লেখক<br>
তাৰিখ ঃ ৩১। ১। ২০০১



**শ্ৰীশ্ৰীকুমাৰ দহোতীয়া,** এম. এ, এল. এল. বি

অশেষ পৰিশ্ৰম আৰু সীমাহীন কষ্টৰ মাজেদি হ'লেও একমাত্ৰ জাতীয় স্বাৰ্থৰ খাটিৰতে 'মৰাণ-মটক-মায়ামৰা' সম্পৰ্কত লেখা-মেলা কৰি আহিছে। তদুপৰি উক্ত জাতিৰ ওপৰত নিজে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত Ph. D.ৰ গৱেষণা কাৰ্যও অব্যাহত ৰাখিছে—যাতে সময়ৰ অটল গৰ্ভত ইতিমধ্যে নিমৰ্জ্জিত বুৰঞ্জী প্ৰসিদ্ধ জাতিটোৰ গুণ-গৰিমা জগত সভাত প্ৰতিষ্ঠা কৰিব পৰা যায়। ইতিমধ্যে ৮ খন কিতাপ প্ৰকাশেৰে সুধীজনৰ বহু প্ৰশংসাপ্ৰাপ্ত হৈছে। অসম চৰকাৰেও শ্ৰীদহোতীয়াৰ কৰ্মৰাজিৰ স্বীকৃতি স্বৰূপে ১৯৯৬/৯৭ চনত দুবাৰকৈ সাহিত্য বঁটা প্ৰদান (Literary Award) কৰাৰ উপৰিও বহু সংস্থাই প্ৰশংসা পত্ৰ প্ৰদান কৰিছে। একেৰাহে সুদীৰ্ঘ কাল ২৩ বছৰ ধৰি ডাঙৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বুৰঞ্জী বিষয়ৰ শিক্ষকৰূপে উক্ত বিদ্যালয়ৰ পৰা ৩০ কিলোমিটাৰ দূৰৈত অৱস্থিত বাৰিষাত বাছ গাড়ী নচলা টঙনা গাঁৱৰ পৰা চাইকেলেৰে নিতৌ ২০ কিলোমিটাৰ অহা-যোৱা কৰিও অসমৰ বিভিন্ন ঠাইত শিক্ষা-বুৰঞ্জী বিষয়ৰ চেমিনাৰত অংশ গ্ৰহণ কৰি শিক্ষাৰ ক্ষেত্ৰত একক ভাৱে আগবঢ়োৱা অবদানৰ বাবে তদুপৰি নিজ বিষয়ৰ ওপৰত লেখা-মেলাৰে আগবঢ়োৱা অবদানৰ স্বীকৃতি স্বৰূপে তিনিচুকীয়া জিলা প্ৰশাসনে জিলাখনৰ শ্ৰেষ্ঠ শিক্ষক হিচাপে শ্ৰীশ্ৰীকুমাৰ দহোতীয়াক ২০০১ চনৰ গণৰাজ্য দিৱসত প্ৰশংসা পত্ৰ প্ৰদান কৰি শ্ৰীদহোতীয়াক তেওঁৰ সৃষ্টিশীল কামৰ বাবে উৎসাহিত কৰিছে। শ্ৰীদহোতীয়া যে কেৱল লেখা-মেলাতে ব্যস্ত এনে নহয় ডিব্ৰুগড় বিশ্ববিদ্যালয়ত গৱেষণা কৰি থকা বহু গৱেষকৰ বাবে শ্ৰীদহোতীয়াই পৰামৰ্শ আগবঢ়াই গৱেষণা কাৰ্যত সহায় কৰি আহিছে। তদুপৰি মৰাণসকলৰ জাতীয় অনুষ্ঠান অসম মৰাণ সভাৰো

সন্মানীয় সভাপতি, প্ৰধান সম্পাদক, উপদেষ্টা পদ গ্ৰহণ কৰি সামাজিক দিশত এনে কৰ্মৰে নিঃস্বাৰ্থ সহকাৰে সেৱা কৰি আহিছে। আজীৱন ছাত্ৰ হৈ ভালপোৱা শ্ৰীদহোতীয়াই এতিয়াও আনুষ্ঠানিক শিক্ষা গ্ৰহণৰ বাবে পৰম আগ্ৰহী। উল্লেখ কৰিব পাৰি যে শ্ৰীদহোতীয়া ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইতিহাসৰ এম এ আৰু আইনৰ এল.এল.বি। এতিয়াও পূৰ্ণ প্ৰতিভা প্ৰকাশ নোপোৱা শ্ৰীদহোতীয়াৰ সৃষ্টিশীল কামত গঠনমূলক দৃষ্টিভংগীৰে সহায়তা আগবঢ়ালে বহুতো জাতীয় অৱদান দিব পাৰিব বুলি ক'ব পাৰি।

# কৃতজ্ঞতাৰে দুৱাষাৰ নিজৰ কথা

মাজে মাজে মই ভগৱানক লগ পাওঁ মানৱৰ ৰূপত। আৰু যেতিয়াই তেনে মানৱী ৰূপী ভগৱানক লগ পাওঁ তেতিয়াই মই জাতীয় স্বাৰ্থৰ নৱ-সৃষ্টিৰ প্ৰেৰণা পাওঁ। হঠাতে মোৰ বাবে ভগৱান স্বৰূপ তেনে মনুষ্য-মাণিক, আদৰ্শ মানৱ শ্ৰীযুত দণ্ডেশ্বৰ মৰাণদেৱক লগ পালো। মনুষ্য-মাণিক আদৰ্শ পুৰুষ শ্ৰীমৰাণদেৱক এই মায়ামৰা বুৰঞ্জীখন প্ৰকাশৰ কথা কোৱাৰ লগে লগেই আনন্দৰে মান্তি হৈ গ'ল। প্ৰকাশনৰ দায়িত্ব গ্ৰহণ কৰি পূজনীয় শ্ৰীযুত মৰাণদেৱে যে কিমান মহৎ কাম কৰিলে সেয়া নিশ্চয় অনাগত দিনত মূল্যায়ন হ'ব। আমি পুনৰবাৰ শ্ৰীযুত মৰাণদেৱক আমাৰ আন্তৰিক কৃতজ্ঞা জনালো।

গ্ৰন্থখনিৰ বেটুপাত অতি অৰ্থবহ ভাবে বিনা পাৰিশ্ৰমিকে আঁকি দিয়াত বন্ধুবৰ শ্ৰীপ্ৰমোদ কুমাৰ দত্তদেৱলৈ গভীৰ কৃতজ্ঞতা থাকিল। তিনিচুকীয়া জিলাৰ এজন দায়িত্বপূৰ্ণ উচ্চ বিষয়া হৈয়ো ইমান সহজ-সৰল খোলা অন্তৰৰ মানুহ সততে পাৰলৈ টান। শ্ৰীদত্তদেৱতকৈ বহু নিম্ন স্তৰৰ বিষয়াক আমি লগ পাইছো—যি অহঙ্কাৰত সদায় মত্ত থাকি নিজৰ পুৰণি বন্ধুজনকো আওকাণ কৰে। গুণহীন তেনে মদমত্ত বিষয়াই কি জাতীয় সেৱা আগবঢ়াব আমি নাজানো। ব্যতিক্ৰমী শ্ৰীযুত দত্তদেৱক এগৰাকী দায়িত্বশীল বিষয়া হিচাপে পাই তিনিচুকীয়াৰ সমাজ জীৱন, সাহিত্য জীৱন, শিল্পী জীৱন অতি চহকী হৈছে। প্ৰতিটো সমাজ, সংগঠন, সাংস্কৃতিক, সাহিত্য সভাই শ্ৰীদত্তক বিচৰাৰ মূলতে হ'ল শ্ৰীযুত দত্তদেৱৰ মাজত লুকাই থকা শিল্পীসুলভ মনোভাৱ আৰু বহুমুখী প্ৰতিভাৰ বাবে। একাধাৰে কবি, গ্ৰন্থকাৰ, নিবন্ধকাৰ, চিত্ৰকাৰ, ঢোলবাদক, কলাকাৰ আদি গুণৰ সমাহাৰে শ্ৰীপ্ৰমোদ কুমাৰ দত্তদেৱক সমাজে এৰিব নোৱাৰা এক বিশিষ্ট ব্যক্তিত পৰিণত কৰিছে। সঁচাকৈয়ে তিনিচুকীয়া জিলাই শ্ৰীদত্তৰ দৰে ইমান নিৰহঙ্কাৰী, গুণী বিষয়া পোৱাত বহু সৌভাগ্যৰ কথা। আমি বন্ধুবৰ শ্ৰীদত্তদেৱৰ এনে গুণৰ বিকাশ কৰ্ম ব্যস্ততাৰ মাজেদিও প্ৰতিফলিত কৰিব পৰাৰ সাৰ্থকতাত অভিনন্দনৰ লগতে কৃতজ্ঞতা জনালো।

বন্ধুবৰ এক বিশাল মনৰ অধিকাৰী সমাজ সেৱক তথা সংগঠক তথা এগৰাকী নিঃস্বাৰ্থ ৰাজনীতিবিদ শ্ৰীযুত হাৰাধন কুমাৰ—সৃষ্টিমূলক কামৰ এক অনন্য প্ৰেৰণা। অসমৰ সকলো জনগোষ্ঠীৰ হৈ নিঃস্বাৰ্থ সহকাৰে কাম কৰাৰ মানসিকতাই আমাক সদায় মুগ্ধ কৰি ৰাখিছে। আমি এদিনাখন মোৰ সৃষ্টিৰ কথা কোৱাৰ লগে লগে আমাক আৰ্থিক ভাৱেও সহায়ৰ হাত আগবঢ়াই বহুত

উপকাৰ কৰি গৈছে। আমি শ্ৰীযুত কুমাৰ ডাঙৰীয়াৰ বদান্যতা, পৰোপকাৰী, নিৰহঙ্কাৰী মনোভাৱৰ বাবে তেওঁৰ ওচৰত পৰম কৃতজ্ঞ। শ্ৰীযুত হ্যৰাধন কুমাৰৰ সুন্দৰ মনে যে সমাজক প্ৰভূত সহায় কৰিব তাত আমি নিঃসন্দেহ। বন্ধুবৰ শ্ৰীৰুদ্ৰ মৰাণদেৱৰো আছে এটি সুন্দৰ মন, আছে সৃষ্টিশীল কামৰ বাবে আন্তৰিক আগ্ৰহ। মোৰ প্ৰথম গ্ৰন্থ 'মৰাণ-মটক-মায়ামৰা' মূলত তেঁৱেই প্ৰকাশ কৰিছিল। ভৱিষ্যতেও আমাৰ অন্য গ্ৰন্থ প্ৰকাশৰ প্ৰতিশ্ৰুতি দিয়া শ্ৰীযুত মৰাণদেৱৰ বদান্যতা, আন্তৰিক আগ্ৰহৰ বাবে ধন্যবাদ জনালো।

গুৱাহাটীৰ মহান ব্যক্তিসকলৰ অন্যতম হ'ল গুৱাহাটীৰ অতি পুৰণি গ্ৰন্থ প্ৰতিষ্ঠান লয়াৰ্চ বুক ষ্টলৰ স্বত্বাধিকাৰ শ্ৰীযুত খগেন্দ্ৰ নাথ দত্ত বৰুৱা। গুৱাহাটীলৈ গ'লেই মোৰ অন্যান্য কামৰ অন্তত গুৱাহাটীৰ সকলো কিতাপ দোকানত কিতাপ চাই এদিন কটোৱাটো মোৰ পুৰণি অভ্যাস। যেতিয়াই দেখিছো একোখন ডাঙৰ মূল্যবান গ্ৰন্থ কিন্তু কিতাপৰ দাম বহুত, মোৰ কিনাৰ সামৰ্থ্যৰ বাহিৰত, লগে লগে দৌৰিছো মই শ্ৰীযুত খগেন্দ্ৰ নাথ দত্ত বৰুৱাদেৱৰ ওচৰলৈ। তেওঁ লগে লগে কয়—'কি কিতাপখন; মোৰ দোকানত আছেনে নাই চাই লোৱা।' যদি থাকে কয় —'দহোতীয়া কিতাপখন লৈ যোৱা, পইচা পিছত দিবা।' যদি নাথাকে কয়—'কিতাপখনৰ দাম কিমান বা তোমাক কিমান পইচা লাগে।' মই টকাৰ পৰিমাণ বা কিতাপৰ দাম কোৱাৰ লগে লগে কথা নাই পকেটৰ পৰা টকা উলিয়াই কোনো প্ৰশ্ন নকৰাকৈ পৰম আন্তৰিকতাৰে আমাৰ হাতত গুজি দিয়ে। গুৱাহাটীত বহুবাৰ আমাক সহায় কৰিছে এইজনা মহান পুৰুষে। মনুষ্য-মাণিক দেৱতাস্বৰূপ এইজনা মহান পুৰুষৰ সৃষ্টিমূলক কামৰ আন্তৰিকতাত আমি অতিকৈ মোহিত আৰু কৃতজ্ঞ।

গুৱাহাটীত তেনেদৰে সহায় কৰা আৰু এজন যুৱ নেতা আছে। তেওঁ হ'ল অসমৰ সৰ্বজন জ্ঞাত সদৌ অসম ছাত্ৰ সন্থাৰ প্ৰাক্তন সভাপতি শ্ৰীমান সৰ্বানন্দ সোণোৱাল। শ্ৰীমান সৰ্বানন্দ সোণোৱালৰ আছে এটি নিৰ্মল সুন্দৰ মন, বিশাল সাংগঠনিক ক্ষমতা আৰু বাকপটুতা। অধ্যয়ন কৰে যথেষ্ট আৰু সেয়ে অসমৰ সকলো জনগোষ্ঠীৰ সমস্যাৰাজি তেওঁৰ নখ দপৰ্ণত। শ্ৰীমান সোণোৱাল সদৌ অসম ছাত্ৰ সন্থাৰ সভাপতি হৈ থাকোতে মৰাণ জাতিৰ এজন বিশিষ্ট বুদ্ধিজীৱী, চিন্তাবিদ অথবা বুৰঞ্জীবিদ হিচাপে বহুবাৰ গুৱাহাটীলৈ মাতি নি আমাৰ পৰা জাতীয় সমস্যাৰ আভাষ বিচাৰিছিল। শ্ৰীমান সোণোৱালেও আমাক জানে অধ্যয়নশীল ব্যক্তি বুলি। সেয়ে যেতিয়াই তেওঁক কওঁ দামী অথচ মূল্যবান গ্ৰন্থৰ কথা; লগে লগে তেওঁ কয়—'দহোতীয়া কিতাপ কেইখনৰ দাম লৈ যাওঁক। আপুনি অধ্যয়ন কৰক আৰু লিখক।' শ্ৰীমান সৰ্বানন্দ সোণোৱালৰ বহল মনৰ এনে আন্তৰিকতাই হয়তু তেওঁক অসমৰ সকলো জনগোষ্ঠী, সকলো

শ্ৰেণীৰ জনসাধাৰণৰ মাজত অতি জনপ্ৰিয় কৰি তুলিছে। আমি তেওঁৰ নিঃস্বাৰ্থ কৰ্মৰাজিয়ে যে সমগ্ৰ অসমবাসীক উপকৃত কৰিব তাত নিঃসন্দেহ। সদৌ অসম ছাত্ৰ সন্থাৰ বিভিন্ন সভা, আলোচনা চক্ৰ আদিলৈ তেওঁ আমাক আমন্ত্ৰণ জনোৱা আৰু অন্যান্য দিশত সহায় কৰা বাবে পৰম কৃতজ্ঞতা অৰ্পণ কৰিলো।

তিনিচুকীয়াৰ বৰ সৰবৰহী যুবক শ্ৰীদিলীপ বৰদলৈ। সামাজিক তথা সংস্কৃতিমূলক কামত মন উজাৰি দিব পৰা নিৰ্ভৰযোগ্য দায়িত্বশীল ব্যক্তি। চৰকাৰী চাকৰিৰ নানা ব্যস্ততাৰ মাজতো দান-বৰঙণি বা অন্যান্য প্ৰকাৰে হ'লেও যোগ্যজনক সহায় আগবঢ়োৱা আদি গুণৰাজিয়ে সুন্দৰ মনৰ অধিকাৰী শ্ৰীদিলীপ বৰদলৈক তিনিচুকীয়া সমাজ জীৱনত বিশিষ্ট কৰি ৰাখিছে। প্ৰয়াত মহানন্দ চুতীয়াদেৱৰ বহু সহায়তাৰ বাবেও আমি তেওঁৰ ওচৰত পৰম কৃতজ্ঞ। প্ৰয়াত চুতীয়াদেৱৰ সৰল মন আৰু আন্তৰিকতাপূৰ্ণ সহায়ৰ বাবে আমি আজিও শ্ৰদ্ধাৰে সোঁৱৰো তেনে মহান জনাৰ প্ৰতি।

সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ সৰবৰহী আৰু কৰ্মপটু প্ৰাক্তন সাধাৰণ সম্পাদক শ্ৰীমান মহেশ মৰাণ আমাৰ বহু স্নেহৰ পাত্ৰ। সমাজ সেৱাৰ বিভিন্ন কামত শ্ৰীমান মহেশ মৰাণৰ নিষ্ঠা, আদৰ্শনীয় চৰিত্ৰ, সুন্দৰ মনোভাৱ আৰু সুচিন্তিত বক্তব্য আমি বহুবাৰ বহু সভাত প্ৰত্যক্ষ কৰিছো। মোৰ সৃষ্টিমূলক অথবা গৱেষণামূলক কামত আমাক সততে প্ৰেৰণা দি থকা ব্যক্তিসকলৰ ভিতৰত শ্ৰীমান মহেশ অন্যতম। এতিয়াই সমাজৰ এজন দায়িত্বশীল ব্যক্তি হিচাপে পৰিচিত শ্ৰীমান মহেশ মৰাণৰ উজ্জ্বল ভৱিষ্যৎ কামনা কৰিলো।

কাকপথাৰ নিবাসী শ্ৰীমান নগেন মৰাণ আমাৰ মৰমৰ পাত্ৰ। মোৰ প্ৰতিখন কিতাপ সযত্নে ৰাখি থোৱা শ্ৰীমান মৰাণে মোৰ কিতাপ প্ৰকাশৰ কথা জানি আমাক পৰম উৎসাহ যোগাইছে। সৃষ্টিমূলক আৰু গঠনমূলক কামত ইতিমধ্যে নিষ্ঠা প্ৰদৰ্শন কৰা যুৱ নেতা শ্ৰীমান নগেন মৰাণৰ এনে সুন্দৰ মনোভাৱে আমাক বহুত উদগণি দিছিল। শ্ৰীমান মৰাণৰ প্ৰতি আমাৰ শুভ কামনা থাকিল। মোৰ সৰু ভাই শ্ৰীমান বিজয় কুমাৰ দহোতীয়াই মোৰ লেখাৰ কথা জানি সহায় আগবঢ়োৱাৰ বাবে মোৰ আশীৰ্বাদ থাকিল। টিঙনাৰ ১২ বছৰীয়া ল'ৰা শ্ৰীপ্ৰদীপ দহোতীয়াৰ পুত্ৰ শ্ৰীমান মৃদুল দহোতীয়া। ইমান সৰু ল'ৰাৰ মোৰ প্ৰতি যে ইমান মৰম গম পালো সিদিনা, যিদিনা মোৰ নতুন কিতাপ লিখাৰ কথা গম পাই অভিনন্দন স্বৰূপে এটা ডাঙৰ ৰসগোল্লাৰ টেমা মোক দি গ'ল। ইমান সৰু ল'ৰা অথচ ইমান সুন্দৰ মন, কিতাপ-পত্ৰৰ প্ৰতি ইমান আগ্ৰহ—আমি ল'ৰাজনৰ ভৱিষ্যৎ উজ্জ্বল কামনা কৰিলো।

মোৰ সৃষ্টিমূলক কামৰ প্ৰেৰণা স্বৰূপ টিঙনাৰ এগৰাকী বিশিষ্ট ব্যক্তি হ'ল—শ্ৰীযুত গোপেন বৰাদেৱ। মোৰ প্ৰতিখন কিতাপৰ তেওঁ নিয়মীয়া পাঠক

আৰু সংৰক্ষক। সমাজসেৱক হিচাপেও খ্যাত শ্ৰীযুত বৰাদেৱ এগৰাকী অধ্যয়নশীল আৰু তাত্ত্বিক বক্তা। আমি বহু সভাত শ্ৰীবৰাৰ তথ্যপূৰ্ণ আৰু নিপুণ আৰু নিৰপেক্ষ ভাষণ প্ৰত্যক্ষ কৰি সামাজিক অথবা অন্য দিশত তেওঁ সমাজখনক বহু অৱদান দিব পাৰিব বুলি আমি বিশ্বাসী। মোৰ অন্যজন ভাতৃপ্ৰতিম নতুন লেখক হ'ল— শ্ৰীমান ঘনকান্ত মৰাণ। মোৰ বৰ্তমান গ্ৰন্থখনৰ সমগ্ৰ প্ৰুফ চাই মোক বহু উপকৃত কৰিছে। শ্ৰীমান মৰাণ একাধাৰে শিক্ষাবিদ, সমাজসেৱক আৰু লেখক হিচাপে ইতিমধ্যে সমাজত প্ৰতিষ্ঠিত হৈছে। শ্ৰীমান মৰাণৰ সুপ্ত প্ৰতিভা সমাজে কামত লগাব পাৰিলে সমাজখন যে বহু দিশত উপকৃত হ'ব তাত আমি নিঃসন্দেহ। আমি শ্ৰীমৰাণৰ উজ্জ্বল ভৱিষ্যৎ কামনা কৰিলো। বন্ধুবৰ তিনিচুকীয়াৰ শ্ৰীচিন্ময় ফুকন একাধাৰে লেখক, সমাজসেৱক আৰু ৰাজনীতিবিদ হিচাপে খ্যাত। শিক্ষাবিদ হিচাপেও শ্ৰীযুত ফুকনৰ সুনাম আছে। সদৌ চুতীয়া জাতি সন্মিলনৰ উপদেষ্টা শ্ৰীযুত কীৰ্তি চুতীয়া এজন সফল সমাজসেৱক। আমি বহুবাৰ একেলগে দিল্লীত প্ৰধানমন্ত্ৰীক দেখা কৰি স্মাৰক পত্ৰ প্ৰদান কৰি আহিছো। চুতীয়া সম্প্ৰদায়ৰ প্ৰতি প্ৰভূত বৰঙণি আগবঢ়োৱা শ্ৰীযুত চুতীয়া বৰ্তমান (২০০১) চনৰ আদিম চুতীয়া জাতি ৰাজনৈতিক মঞ্চৰো সৰ্ভাপতি। মটক সমাজৰ বিশিষ্ট সমাজকৰ্মী বন্ধুবৰ শ্ৰীযুত নোমল বৰাদেৱৰ প্ৰেৰণা আমাৰ সৃষ্টিৰ পাথেয়। এই ছেগতে শ্ৰীযুত বৰাদেৱৰ প্ৰতি আমাৰ কৃতজ্ঞতা জনালো।

তেনেকৈ মোৰ গঠনমূলক কামত সৰ্ব প্ৰকাৰে সহায়-সহযোগিতা আগবঢ়োৱা ব্যক্তিজন হ'ল ডাওৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ শ্ৰীযুত লৱ নাথ সোণোৱাল। শ্ৰীযুত সোণোৱাল এগৰাকী শিক্ষাবিদ, সমাজসেৱক, চিন্তাবিদ হিচাপে সমাজত যশস্বী হৈ আছে। তেনে আন এজন বন্ধুবৰ হ'ল শ্ৰীযুত লক্ষ্য সোণোৱাল। কলেজীয়া দিনৰ মোৰ বন্ধু শ্ৰীযুত সোণোৱালদেৱেও আমাক বিভিন্ন ক্ষেত্ৰত সহায়তা কৰি আহিছে। গুৱাহাটীৰ শৰাইঘাট প্ৰিণ্টাৰ্ছৰ সৰবৰহী ডেকা কৰ্মীদ্বয় শ্ৰীমান পুষ্পেন্দ্ৰ বৰা আৰু শ্ৰীমান ধীৰেন ডেকাৰ কৰ্মতৎপৰতাৰ শলাগ ল'লো। এনেদৰে সহায় কৰা বহু ব্যক্তিক মোৰ অন্য গ্ৰন্থত কৃতজ্ঞতা অৰ্পন কৰিম।

অৱশেষত পাঠকসকলে পুথিখনত বৈ যোৱা অজস্ৰ ভুল-ভ্ৰান্তিৰ বাবে ক্ষমা কৰি দিয়ে যেন। এয়ে আমাৰ বিনীত প্ৰাৰ্থনা।

কেম্প : হোটেল আনন্দ লজ
পাণবজাৰ, গুৱাহাটী

শ্ৰীশ্ৰীকুমাৰ দহোতীয়া
তাৰিখ : ৩১।১।২০০১

# পাতনি

'বুৰঞ্জী' নামটোৰ প্ৰতি দুৰ্ব্বলতা মোৰ বহু আগৰ। বুৰঞ্জীত এম, এ পাছ কৰাৰ পাছত দেখিলো অসমৰ অন্যান্য জনগোষ্ঠীৰ বুৰঞ্জীৰে কিতাপৰ দোকান অথবা কলেজ-বিশ্ববিদ্যালয়ৰ পুথিভঁড়াল ভৰি আছে। নাই মাত্ৰ মৰাণ বুৰঞ্জী, মটক বুৰঞ্জী অথবা মায়ামৰা বুৰঞ্জী। বৰ বেয়া লাগে অথচ ইমানবোৰ ঐতিহাসিক সমল আছে মৰাণ-মটকৰ। সেয়ে বৰ খৰটকীয়াকৈ কিছুমান প্ৰবন্ধ গোটাই মেলি সৰুকৈ হ'লেও কিতাপ এখন ডিব্ৰুগড়ত অনুষ্ঠিত অসম সাহিত্য সভাত (ফেব্ৰুৱাৰী ২০০১) মেলি দিব পৰাকৈ লিখি উলিয়ালো। অৱশ্যে দুখৰ বিষয় বহু অসুবিধাৰ বাবে ডিব্ৰুগড় অসম সাহিত্য সভাত কিতাপখন উলিয়াব পৰা নহ'ল। কিতাপখন বুৰঞ্জী হ'বৰ জোখাৰে অৰ্হতা নাই, ক্ৰমাগতভাৱে থাকিব লগা ঘটনাসমূহো নাই সেয়েহে এই কিতাপখন আচলতে মায়ামৰা প্ৰবন্ধাৱলীহে হ'ব লাগিছিল। কিন্তু মই আগতেই কৈছো—বুৰঞ্জী নামটোৰ প্ৰতি মোৰ বহুদিনীয়া দুৰ্বলতা আছে। সেয়ে ভুল-ভ্ৰান্তি হ'লেও সহৃদয় পঢ়ুৱৈ সমাজৰ ওচৰত এনে ভুলৰ ক্ষমা বিচাৰি হ'লেও কিতাপখনীৰ নাম দিলো—'মায়ামৰা বুৰঞ্জী'। ভৱিষ্যতৰ সম্পূৰ্ণ 'মায়ামৰা বুৰঞ্জী'ত নিশ্চয় আমাৰ সৰু 'মায়ামৰা বুৰঞ্জী'খনো এৰাব নোৱাৰা সম্বল হ'ব। আমাৰ পৰিশ্ৰমৰ সাৰ্থকতা তাতেই—কিতাপৰ নামাকৰণ যিয়েই নহওক কিয়? অৱশেষত সৰ্ব্ব ভুলৰ মৰিষণ বিচাৰি মোৰ সামান্য বুৰঞ্জীখন ৰাইজৰ হাতত তুলি দিলো বিনীতভাৱে। এইখিনিতে পঢ়ুৱৈ ৰাইজক কৈ থওঁ যে অতি খৰধৰকৈ লেখিব লগা হোৱাত মৰাণ-মটক সমন্ধে চলি থকা বিতৰ্কৰ ওপৰত আমাৰ কোনো লেখা দিয়াটো সম্ভৱ নহ'ল। বৰ্তমানে মটক এটা জাতি হিচাপে প্ৰতিষ্ঠাৰ বাবেও আমাৰ তথ্য সংগ্ৰহৰ অভিযান অব্যাহত আছে। ভৱিষ্যতে এই সম্পৰ্কত আমাৰ মতামত প্ৰকাশ কৰা হ'ব। তথাপিতো মটক সমাজৰ নতুন পুৰুষৰ এনে প্ৰচেষ্টাক মই এক ইতিবাচক তথা শুভ প্ৰচেষ্টা বুলিয়েই গণ্য কৰো।

এনেধৰণৰ বুৰঞ্জীলেখাৰ বহুজন সুধীজন প্ৰেৰণাদাতাৰ অন্যতম হ'ল ডিগবৈৰ বিশিষ্ট সমাজসেৱক, সফল ৰাজনীতিবিদ, সকলোৰে শ্ৰদ্ধাৰ শ্ৰীযুত ৰামেশ্বৰ ধানোৱাৰ। শ্ৰীযুত ধানোৱাৰদেৱে আমাক লগ পালেই সোধে আমাৰ সৃষ্টিৰ কথা, আমাৰ বুৰঞ্জীৰ কথা। অতি উচ্চ চিন্তাৰ আৰু নিৰ্ম্মল মনৰ

অধিকাৰী শ্ৰীযুত ধানোৱাৰদেৱৰ এনে সক্ৰিয়নীতহে যে আচলতে বহুদিন স্তিমিত হৈ থকা আমাৰ লেখনি পুনৰ সাৰ পাই উঠিল; সেইকথা আমি স্বীকাৰ কৰো। এনে গঠনমূলক সক্ৰিয়নীৰ বাবে আমি শ্ৰীযুত ধানোৱাৰদেৱৰ ওচৰত পৰম কৃতজ্ঞ হৈ ৰ'লো।

এখন নিখুঁট গ্ৰন্থ উলিয়াব পৰাকৈ আমাৰ হাতত অতি কম সময় থকাত আৰু সকলো বিষয় সামৰিব নোৱাৰাত আমি হয়তু পাঠক তথা সুধী সমাজক সুখী কৰিব নোৱাৰিম। তথাপিতো সকলো দোষ মৰিষণৰ আশাৰে ভৱিষ্যতে সুন্দৰ সম্পূৰ্ণ গ্ৰন্থ প্ৰকাশন প্ৰদানৰ প্ৰতিশ্ৰুতিৰে গ্ৰন্থখন ৰাইজৰ হাতত তুলি দিলো বিনীতভাৱে।

কেম্প ঃ হোটেল আনন্দ লজ
গুৱাহাটী
তাৰিখ ঃ ৩১/১/২০০১

শ্ৰীশ্ৰীকুমাৰ দহোতীয়া

# Words of special gratitude

His excellency; the Governor of Assam for nominating me as hon'ble member to the Dibrugarh University Court for a period of five years from 1999.

The Government of Assam : for bestowment of Literary Award to me in 15th August 1996 and 1997 in recognition of my contribution in the filed of literature and History.

The hon'ble Deputy Commissioner of Tinsukia District of Assam Shri Samir K. Sinha IAS for awarding me the district best teacher certificate on the occasion of 52nd Republic Day celebration at Tinsukia on 26.1.2001.

*And*

The hon'ble Inspector of Schools; Tinsukia District of Assam, Shri Dhana Dev Mahanta in choosing me out even from the remote corner of Tinsukia town for the award of prestigious best teacher certificate (in the whole of Tinsukia District) on 26.1.2001 at Tinsukia in recognition of my continuous teaching of History at Dangari Higher Secondary School since September 1977 and considering my contribution in the field of education through writting of volumnious books and articles and attending and participating in different educational seminars in the state of Assam.

I take this opportunity to pay my tribute of high respect to all concern for taking great interest in my works of creativity etc.

**Camp :**
Hotel Ananda Lodge
Guwahati, Panbazar
Dated 31.1.2001

**Shri Shrikumar Dohutia**
P. O. Tongana Bazar
Via : Kakapathar
Dist : Tinsukia (Assam)

(TRUE COPY)

# DIBRUGARH (SYMBOL) UNIVERSITY
# DIBRUGARH (ASSAM)

Ref. No. Date : June 22, 1976

## TO WHOM IT MAY CONCERN

This is to certify that Shri Shrikumar Dahotia, who was a student in the P. G. Department in History for the Session 1972-75 is known to me since his joining this University. A young boy with amiable nature, Sri Dahotia showed his efficiency in extra-curricular activities over and above prosecuting his studies sincerely. He happened to be a very good debator and he was selected to represent this University in the All India Seminar for University students to give vent to his feelings relating the Gandhian values in education.

He is a young man with integrity having loyalty to devotion to duty and as such wherever he is taken in to serve the country, he will always be an asset to that institution.

I wish him all success in life.

Sd/- B. N. Bora
22.6.76
(B. N. Bora)
Administrative Officer,
Dibrugarh University
Dibrugarh

অসম চৰকাৰ

# উপায়ুক্তৰ কাৰ্য্যালয় তিনিচুকীয়া জিলা



## প্ৰশংসা পত্ৰ

*শিক্ষাৰ ক্ষেত্ৰত আগবঢ়োৱা বৰঙণিৰ বাবে এই বছৰৰ শ্ৰেষ্ঠ শিক্ষক হিচাবে শ্ৰীশ্ৰীকুমাৰ দহোটীয়াক বিবেচনা কৰি জিলা প্ৰশাসনৰ তৰফৰ পৰা ২০০১ চনৰ গণৰাজ্য দিৱসত এই প্ৰশংসা পত্ৰ প্ৰদান কৰা হ'ল।*

তাৰিখ ঃ ২৬।০১।২০০১
স্থান ঃ তিনিচুকীয়া

উপায়ুক্ত
তিনিচুকীয়া

# সদৌ মৰাণ কলা-সংস্কৃতি বিকাশ কেন্দ্ৰ

## ৰূপাই

স্থাপিত ঃ ১৯৯২ চন পঞ্জীয়ন নং ঃ ৩৪৫০

প্ৰতি,

শ্ৰীযুত শ্ৰীকুমাৰ দহোতীয়া, টঙনা গাওঁ, কাকপথাৰ

শ্ৰদ্ধাস্পদেষু,

আমাৰ সশ্ৰদ্ধ প্ৰণিপাত গ্ৰহণ কৰিব। আপোনাৰ একনিষ্ঠ সাধনাৰে অসমীয়া সাহিত্য-সংস্কৃতিৰ ভঁৰাললৈ এক অমূল্য অৰিহণা আগবঢ়াই সুখ্যাতি অৰ্জন কৰিছে। বিশেষকৈ মৰাণ জাতিৰ ওপৰত গৱেষণামূলক তত্ত্বগধুৰ প্ৰবন্ধ ৰচনা কৰাৰ লগতে 'মৰাণ মটক মায়ামৰা', 'মৰাণ জাতিৰ ৰূপৰেখা', 'প্ৰাচীন মটক ৰাজ্যৰ বুৰঞ্জী', 'শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ', 'পৰশুৰাম কুণ্ড' আদিৰ দৰে ঐতিহাসিক আৰ্থসামাজিক জীৱনীমূলক গ্ৰন্থ ৰচনা কৰি ইতিহাস চৰ্চাৰ এক নতুন দিশ উন্মোচন কৰিছে। কালৰ বুকুত হেৰাই যাব ধৰা বুৰঞ্জীৰ তথ্যসমূহ উদঘাটন কৰি এক মহান কৰ্তব্যবোধৰ পৰিচয় দিছে। আপোনাৰ এই আদৰ্শ নতুনকৈ উঠি অহা চামৰ বাবে কীৰ্তিস্তম্ভ হৈ ৰওক।

আমাৰ এই নিঃকিন সম্বৰ্দ্ধনা গ্ৰহণ কৰক।

ভৱদীয়

শ্ৰীধুলেশ্বৰ চুতীয়া
সভাপতি

শ্ৰীমোহন মৰাণ
সম্পাদক

সদৌ মৰাণ কলা-সংস্কৃতি বিকাশ কেন্দ্ৰ

স্থান ঃ ২য় দ্বিবাৰ্ষিক অধিৱেশন
প্ৰেক্ষাগৃহ ঃ সদৌ মৰাণ কলা-সংস্কৃতি বিকাশ কেন্দ্ৰ
তপোবন, ৰূপাই
তাৰিখ ঃ ১৯।০১।৯৭

# সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ জাতীয় অভিবৰ্ত্তন

স্থান ঃ ডুমডুমা মহাবিদ্যালয়
ইং ৯।১০।৯৪

## সম্বৰ্দ্ধনা পত্ৰ

### চিৰনমস্য শ্ৰীযুত শ্ৰীকুমাৰ দহোতীয়ালৈ

হে মহান!

ইতিহাস প্ৰসিদ্ধ অসমৰ মৰাণ-মটকসকলৰ জাতীয় বুৰঞ্জী উদ্ধাৰ কৰি, জাতীয় প্ৰেমত স্নানৰত হৈ প্ৰণালীবদ্ধ গৱেষণাৰ দ্বাৰা আমাৰ জনগোষ্ঠীৰ কৃষ্টি সাহিত্যৰ তিনিখনকৈ মূল্যবান গ্ৰন্থ ৰচনা কৰি অসমীয়া সাহিত্য জগতলৈ আগবঢ়াইছে অফুৰন্ত অৱদান।

হে শিক্ষাবিদ সু-সাহিত্যিক, বুৰঞ্জীবিদ আৰু আমাৰ জাতিৰ গৌৰৱ দহোতীয়াদেৱ!

সদৌ অসম মৰাণ ছাত্ৰ সন্থাই আপোনাক **জাতীয় বুৰঞ্জীবিদ** আখ্যা দি এই সম্বৰ্দ্ধনা পত্ৰ আগবঢ়াইছোঁ। আপোনাৰ দীৰ্ঘায়ু কামনা কৰি জীৱনৰ সৰ্বতোপ্ৰকাৰৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিছোঁ।

সেৱাৰে—

| **শ্ৰীসুজিত মৰাণ** | **শ্ৰীবলেন্দ্ৰ মৰাণ** |
|---|---|
| ভাৰপ্ৰাপ্ত সভাপতি | সাধাৰণ সম্পাদক |

**সদৌ অসম মৰাণ ছাত্ৰ সন্থা**

# সূচীপত্ৰ

# মোৱামৰীয়া, মায়ামৰীয়া মৰাণ-মটক সম্পৰ্কত বুৰঞ্জীমূলক বাখ্যা

অসমৰ প্ৰসিদ্ধ বুৰঞ্জীবিদ সূৰ্য্যকান্ত ভূঞাদেৱৰ মতে মোৱামৰীয়া বুলি এটা জাতি কেতিয়াও নাছিল। কিন্তু আহোম ৰাজত্বৰ বিৰুদ্ধে একত্ৰিত হৈহে এনে নামৰ এটা সংগঠনৰ জন্ম হ'ল। To quote S. K. Bhuyan :"There was never a tribe called Moamariya, but their unification for the purpose of resistance to the Ahom Government was so complete that they appeared to have possessed all the characteristics of a regular tribal organisation."

মোৱামৰীয়াসকল সকলোৱেই মায়ামৰা সত্ৰৰ শিষ্য আৰু তেওঁলোক বিভিন্ন জাতি-প্ৰজাতিৰ, যেনে—মৰাণ, চুতীয়া, কছাৰী, আহোম, কৈৱৰ্ত্ত, বিত্ৰল (Professional Caste) আদি। তদুপৰি Caste Hindu অৰ্থাৎ ব্ৰাহ্মণ, কায়স্থ, কলিতা আদি উদভুদ। এই মোৱামৰীয়া শিষ্যসকল অসমৰ কোনো নিৰ্দিষ্ট ঠাইত নাছিল, বৰঞ্চ অসমৰ বিভিন্ন ঠাই আনকি গোৱালপাৰা পৰ্য্যন্ত তেওঁলোক ব্যাপ্ত হৈ আছিল। কৃষক, শ্ৰমিক আৰু ভিন ভিন বৃত্তিৰ এই লোকসকলৰ আন্তৰিক দান-বৰঙণিৰে মায়ামৰা সত্ৰ বৈষয়িক দিশত অতিকৈ সমৃদ্ধিশালী হৈছিল। এনে ধন আৰু জনশক্তি মায়ামৰা সত্ৰৰ অধিকাৰজনক; সেয়েহে তেতিয়াৰ আহোম স্বৰ্গদেউ-সকলেও ৰাজনৈতিক শক্তি (Political power) ৰূপে গোপনে হ'লেও গন্য কৰিবলৈ বাধ্য হৈছিল। মোৱামৰীয়া শিষ্যসকলৰ ভিতৰত মৰাণসকল আছিল সংখ্যাধিক্য। মৰাণ, কছাৰী, চুতীয়া সকলেই আহোম ৰজাৰ সৈন্য বাহিনীৰো এটা অতি সাহসী আৰু শক্তিশালী গোট আছিল। তেওঁলোকেই অটব্য অৰণ্যৰ পৰা হাতী ধৰি যুদ্ধৰ বাবে প্ৰশিক্ষিত কৰি তুলিছিল। কেৱল সেয়ে নহয় মৰাণসকলে আহোম ৰজাক হাতীৰ দাত, মুগাছিঙ্ক, খৰি, নানাবিধ ৰং, মৌ আদিৰো যোগান ধৰিছিল। মোৱামৰীয়া বা মায়ামৰা এই বিশেষ শব্দটি উৎপত্তি হৈছিল মাজুলিত অৱস্থিত এটি বিলৰ পৰা। এই বিলৰ পাৰতে মায়ামৰা আদি গুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱে কিছুদিনৰ বাবে এটি আটক ধুনীয়া সত্ৰ পাতিছিল। এই বিলত অসংখ্য পৰিমাণে মোৱা মাছৰ পয়োভৰ আছিল বাবে শিষ্যসকলক মোৱামৰা বা মোৱামৰীয়া বুলিছিল। কিন্তু মায়ামৰা সত্ৰৰ অধিকাৰ বা ডা-ডাঙৰীয়াসকলে অন্য মতো পোষণ কৰে। তেওঁলোকৰ মতে আচলতে মোৱামৰা

নহয় 'মায়ামৰা'হে। মোৱামৰা 'মায়ামৰা'ৰ বিকৃত অপভ্ৰংশহে মাথোন। তেওঁলোকৰ মতে শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ এজনা মহান সাত্ত্বিক অৱতাৰী পুৰুষ আছিল; যিজনাক কোনো জাগতিক লোভ, মোহ, ক্ৰোধ, কাম আদি একোৱে আকৃষ্ট কৰিব নোৱাৰিছিল আৰু প্ৰকৃততেই তেওঁ হৈ পৰিছিল সমগ্ৰ মায়ামুক্ত এজন সিদ্ধ সৰ্ব্ব গুণাকৰ লোক। পৃথিৱীৰ বৈষয়িক ৰাগ-বিৰাগ, সুখ-দুখ, মায়া-মোহ আদিক শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱে অন্তৰৰ পৰাই বিদায় দিছিল আৰু তেৰাৰ শিষ্যসকলকো তেনে অনিত্য বৈষয়িক সুখ-মায়াৰ পৰা মুক্ত থাকি ভগৱৎ চিন্তাত আকৃষ্ট হ'বলৈ উপদেশ দিছিল। মায়াৰ পৰা মুক্ত বাবেই তেৰাৰ প্ৰতিষ্ঠিত সত্ৰক 'মায়ামৰা' আৰু শিষ্যসকলক মায়ামৰীয়া (Mayamoriya) বুলিছিল। অন্য এক মত অনুসাৰে আহোম ৰজা চুকামফা বা খোৰা ৰজাই (১৫৩৯-১৫৫১খ্ৰীঃ) শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱক এবাৰ তেওঁৰ ৰাজসভালৈ আমন্ত্ৰিত কৰি আনিছিল। ৰাজসভাত ৰজাই গুৰুজনাক এটা কলহৰ ভিতৰত এখন গামোচা ৰাখি তাত কি আছে বুলি সোধাত তেৰাই তাত কাল সৰ্প থকাৰ কথা কোৱাত সকলোৱে হাঁহিব ধৰিলে। কিন্তু, গুৰুজনাই কলহৰ মুখ খুলিবলৈ কোৱাত সঁচাকৈয়ে এটা কিচকিচিয়া কলা সাপ ফঁণা মেলি বাহিৰলৈ ওলাই আহিল। ৰজা আৰু অন্যান্য সভাসদ সকলে তাকে দেখি ভয় খাই 'ৰাখা ৰাখা' বুলি কোৱাত গুৰুজনাই কলহটোত হাত দিয়াৰ লগে লগে কালসৰ্প নোহোৱা হ'ল। গুৰুজনাৰ এনে চমৎকাৰ 'মায়া' দেখি তেওঁক মায়াক মাৰিব পৰা মায়ামৰা গুৰু হিচাপে স্বীকৃতি দিয়াত তেওঁৰ শিষ্যসকলকো তেনে পৰম গুণৰ অধিকাৰী সম জ্ঞান কৰি মায়ামৰীয়া হিচাপে জনাজাত হৈ পৰিল। অন্যহাতে মায়ামৰীয়া সমগ্ৰ শিষ্যসকলক মটক আকৌ ক্ষীণকৈ হ'লেও পুৰাণ ভকত হিচাপেও জনা যায়। চমুকৈ ক'বলৈ হ'লে 'মায়ামৰা' মানে মায়ামৰা সত্ৰৰ শিষ্যসকলক কোৱা হয়। মায়ামৰীয়া বা মায়ামৰীয়া মৰাণসকল এটা জাতি আৰু তেওঁলোক সকলোৱেই মায়ামৰা সত্ৰৰ শিষ্য। মটক হৈছে এটা অন্যান্য বিশেষণসূচক অৰ্থবহ শব্দ যাৰ দ্বাৰা সমগ্ৰ মায়ামৰীয়াসকলক সাধাৰণভাৱে আৰু বিশেষভাৱে মৰাণসকলক বুজোৱা হয়। মোৱামৰীয়া সকলক কিয় মটক কোৱা হয় তাৰো ব্যাখ্যাৰ অভাৱ নাই। আচলতে মটক জাতি মত+এক=মতক= একমত Mat = Opinion, will or Creed and Ek = One আৰু সমগ্ৰ মোৱামৰীয়া শিষ্যসকলে গোসাই প্ৰভুৰ নিৰ্দেশত এক মতেৰে অৰ্থাৎ মতক হৈ বৃহৎ মোৱামৰীয়া গণ-বিদ্ৰোহৰ সূচনা কৰিছিল—যি মতৰ বলেৰে এটা সময়ত মটক ৰাজ্য সৃষ্টি কৰিছিল। অন্যহাতে যিহেতু মৰাণসকলক মটক নামেৰেও অভিহিত কৰা হৈছিল। As the Morans who were also called Mataks—were

the numerous in the kingdom, they ultimately established, is came to be known as 'Matak' the kingdom of Mataks. সেয়েহে তেওঁলোকে প্রতিষ্ঠা কৰা ৰাজ্যখনৰ নামো মটক বা মটকৰাজ্য হিচাপে অভিহিত কৰা হৈছিল। স্বভাৱতে শান্তিপ্রিয় উদাৰমনা মৰাণৰ দৰে এটা ধৰ্মপ্রাণা জাতিয়ে কেনেকৈ বিদ্রোহীৰ ৰূপ লৈ এক গণ বিপ্লৱৰ সৃষ্টি কৰি অসমৰ সংগ্রামৰ বুৰঞ্জীত একক স্থান দখল কৰিবলৈ সক্ষম হ'ল তাৰ কাৰণ বহুত। আচলতে ৰজাঘৰৰ নিৰ্বিচাৰ পীড়নে সমগ্র জনসাধাৰণৰ মনত যি ক্ষোভৰ জন্ম দিছিল সেই সামগ্রিক ক্ষোভক মোৱামৰীয়া মৰাণসকলে সেই সময়ৰ সকলোতকৈ অগ্রণী জনগোষ্ঠী হিচাপে সময়ৰ আহ্বানত মাত্র নেতৃত্ব বহন কৰিবলগীয়া হৈছিল। অন্যহাতে মায়ামৰা সত্র ধন-জন-সম্পদৰ ঐশ্বৰ্য্যতাৰ কাৰণেও ৰাজকীয় ঈৰ্ষাৰ পাত্রও হৈছিল। স্বৰ্গদেউ প্ৰতাপসিংহই মাযামৰা সত্ৰৰ এজন নিষ্ঠাবান শিষ্যক সামান্য দোষতে মৃত্যুদণ্ড দিছিল। শিষ্যজনাৰ দোষ আছিল তেওঁ এদিনাখন ৰজাৰ আহল-বহল ৰাজঘৰ (দোপদৰ) দেখি কৈছিল—এই ঘৰটোত বৈষ্ণৱী নাম-কীৰ্ত্তনৰ কাৰণে বৰ ভাল হ'ব। ৰজাই এই কথা শুনি তেওঁক প্ৰাণদণ্ডৰ আদেশ দিলে। মোৱামৰীয়া শিষ্যসকলে নিজৰ গুৰুজনাৰ বাদে আন কাৰোৰে ওচৰত মূৰ নুদুৱাই, এই কথা জানি চাৰিজন মোৱামৰীয়া ৰাজ কৰ্মচাৰীক ঘোৰাত উঠাই পঠালিকৈ আৰি থোৱা তৰুৱাল মূৰ তললৈ নকৰাকৈ চেকুৰাই যাবলৈ বাধ্য কৰাই শিষ্যকেইজনৰ ধৰ্মীয় নিষ্ঠা পৰীক্ষা কৰিছিল। ভকত-কৰ্মচাৰী কেইজনেও হাঁহিমুখে ধৰ্মৰক্ষাৰ বাবে ঘোৰাত উঠি তৰুৱালৰ আঘাট গ্ৰহণ কৰি মূৰ ছেদ কৰি নিজৰ অচলা ভক্তিৰ প্ৰমাণ দি ৰজাক আচৰিত কৰিছিল। তৰুৱালৰ আঘাটত শিষ্য দুজনৰ ডিঙি ওফৰি মাটিত পৰাত ৰজাই বাকী দুজনক বাৰণ কৰি পৰম বিস্ময়ত গুৰুজনাৰ প্ৰতি মোৱামৰীয়া শিষ্যবৰ্গৰ অচলা ভক্তি স্বীকাৰ কৰিছিল। অনিৰুদ্ধদেৱৰ চৰিত পুথিমতে এই ঘটনাৰ পৰাই মোৱামৰীয়াসকল মটক অৰ্থাৎ এক ধৰ্মমত (one of single faith) হিচাপে সৰ্বখ্যাত হৈছিল। সেয়ে মটক এক ধৰ্মমত আৰু ই সকলো মায়ামৰীয়া সম্প্ৰদায়কে একত্ৰ হিচাপে বুজায়—Matak is a community comprising all the Moamarias meaning for their religious one-ness—i.e., having single faith in the religion and consequent action.

এই ঘটনাটোৱেই সত্ৰৰ যশস্যা চাৰিওফালে বিয়পাই দিলে আৰু জাকে জাকে মানুহে এই সত্ৰৰ শিষ্য হ'বলৈ আগবাঢ়ি আহিল। হাজাৰ বিজাৰ শিষ্য—ভকতে তেওঁলোকৰ গুৰুজন ৰজাতকৈ অনেকগুণে শ্ৰেষ্ঠ হিচাবে ধৰি লৈ গুৰুজনাৰ কাৰণে বা গুৰু বাক্য পালিবৰ বাবে যিকোনো মূল্য বা আত্মত্যাগ কৰিবলৈ প্ৰস্তুত হৈ পৰিল। মায়ামৰা মহন্ত নিত্যানন্দদেৱক ভগাৰজা চুৰামফাই

(১৬৪১-১৬৪৪খ্ৰীঃ) প্ৰাণদণ্ড দিয়াত মোৱামৰীয়াসকল উত্তেজিত হৈ উঠে আৰু গুৰু হত্যাৰ প্ৰতিশোধৰ বাবে দৃঢ় সংকল্প কৰে। তেওঁলোকৰ মত হ'ল—"মাৰি যাও, মৰি যাও গুৰু ঋণ শুজি যাওঁ।" এই শ্লোগানেৰেই সমগ্ৰ মোৱামৰীয়া শিষ্যগণ একত্ৰিত হৈ ক্ৰমান্বয়ে এক বিশাল সু-সংগঠিত মিলিটাৰী শক্তিলৈ ৰূপান্তৰিত হ'ল। মোৱামৰীয়া সকলক কেইবাটাও ভাগত ভাগ কৰি প্ৰতিটো বিভাগ চোৰা-চিতা আৰু গুৰুজনাৰ লগত যোগাযোগকাৰী হিচাপে ধৰ্মীয় গাওঁবুঢ়া (বৰবুঢ়া) জনৰ ওপৰত দায়িত্ব ন্যস্ত কৰা হ'ল মায়ামৰা সত্ৰৰ প্ৰতি আনুগত্যশীল বহুত আহোম জ্যেষ্ঠ লোকলৈওঁ (Ahom nobles) মহন্তৰ অধিনত গাওঁবুঢ়া (বৰবুঢ়া) পদ যাচিছিল। এনেকৈয়ে লাহে লাহে কিন্তু খুউব সাৱধানে মোৱামৰীয়াসকল ৰাজশক্তিৰ বিৰুদ্ধে সাজু হ'ব ধৰিলে। কিন্তু যেতিয়ালৈকে নিজৰ শক্তি সম্বন্ধে সু-নিশ্চিত নাছিল; তেতিয়ালৈকে ধৈৰ্য্য ধৰি থকাটোৱেই উৎকৃষ্ট পন্থা হিচাপে মানি লৈছিল। ইতিমধ্যে নিত্যানন্দদেৱৰ পাছৰ জনা গুৰু জয়ৰামদেৱে ৰজা জয়ধ্বজ সিংহৰ ৰাজদণ্ডৰ পৰা বাচি থাকিবৰ বাবে বহু বছৰ পলাই থাকিব লগা হৈছিল। অৱশ্যে পাচত আউনীআটি সত্ৰৰ গোসাঁইদেৱেৰ হস্তক্ষেপত তেৰাক স্ব-ঠাইত স্থাপিত কৰা হ'ল। কিন্তু পাচৰজনা মহন্ত বৈকুণ্ঠদেৱক আহোম ৰাজ গদাধৰ সিংহই প্ৰাণদণ্ড দিছিল।

"The next Mahanta chaturbhuja Deva challenged Rudra Singhas investigation into the right of Sudras to initiate the Brahmans and appeared at the Royal court in favour of the motion; but the king not satisfied with his agruments; expelled him from the court with earthen pitchers painted with Lime hanging for his neck, a mark of humiliation." A compehensive History of Assam by Dr. S. L. Barua.

শিৱসিংহ ৰজাৰ দিনত বৰৰজা ফুলেশ্বৰী কোঁৱৰীৰ হস্তক্ষেপত আমন্ত্ৰিত মোৱামৰীয়া মহন্ত সহিত অন্যান্য ভকতসকলক নিজ ইচ্ছাৰ বিপৰীতে দুৰ্গাদেৱীৰ মূৰ্ত্তিৰ ওচৰত প্ৰণিপাত (to prostrate before the idol of goddess Durga) কৰাৰ ওপৰিও বলিকটাৰ তেজেৰে কপালত ফোঁট ল'বলৈও বাধ্য কৰা হৈছিল। আকৌ ১৭৩১ চনত বৰৰজা ফুলেশ্বৰী কোঁৱৰীৰ গৰ্ভত আপচু সন্তানৰ স্থিত হৈছে বুলি কোৱাত মহন্তৰ প্ৰাণদণ্ডৰ আদেশ দিলে। অৱশ্যে পৰ্বতীয়া গোসাঁই আৰু ৰজা শিংসিংহৰ হস্তক্ষেপত সেয়া হৈ নুঠিল। এনেবোৰ কাৰ্য্যৰ মুকামেলাৰ বাবে মহন্তই নিজা ধৰ্ম সত্ৰৰ মৰ্যাদা ৰক্ষাৰ বাবে সমগ্ৰ মোৱামৰীয়া সকলকে সংগঠন কৰি বিপ্লৱৰ বাণী প্ৰচাৰেৰে এক মতেৰে (মটক) সংগঠিত কৰিলে। □

# .মায়ামৰা সমাজ

মটক সম্প্ৰদায়ত ঐতিহাসিকভাৱে কেইবাটাও জাতি থাকিলেও গৱেষকৰ বুৰঞ্জী গ্ৰন্থৰ মতে মটক সম্প্ৰদায় অন্তৰ্ভুক্ত প্ৰধান জাতিসমূহ হৈছে— মৰাণ, বৰাহী, কছাৰী আৰু চুতীয়া। (Morans, Borahis, Kochari and Chutiyas were the main tribes in the Mattak community. As all of them were Bodos in origin, they had a common pattern of living too). The Mataks and their kingdom; castes and tribes by S. Dutta, p-45.

অৱশ্যে বৰ্তমানে মটক সম্প্ৰদায় বুলি ক'লে বিশেষকৈ মৰাণ আৰু মটকসকলকহে বুজায়। যিহেতু অন্যান্য জাতিসমূহে নিজা সংগঠনৰ জৰিয়তে নিজস্ব বৈশিষ্ট্যৰাজিৰে পৰিচয় সাব্যস্ত কৰি আছে। আদিতে মটক সম্প্ৰদায় অন্তৰ্ভুক্ত কছাৰীসকল আজি জনজাতিৰ তালিকাত অথচ মৰাণ, মটক, চুতীয়াসকলৰ জনজাতীয় বৈশিষ্ট্য সকলোখিনি থকা স্বত্বেও আজিৰ তাৰিখতো জনজাতি স্বীকৃতি লাভ কৰা নাই। ১৯৮৫ চনত সন্নিবিষ্ট স্পষ্ট নীতি-নিৰ্দ্দেশসমূহ আছিল এনেধৰণৰ ঃ

১। অনুসূচীত বিচৰা জনগোষ্ঠীসমূহ প্ৰথমতে সভ্যতা তথা উন্নতিৰ পৰা বঞ্চিত হৈ অসংগঠিত বন্যজীৱন অথবা হাবি-বননিত অধিবাসী হৈ জীৱন যাপন কৰিব লাগিব।

২। সংগঠিত কৃষিকাৰ্য্যৰ পৰিৱৰ্তে গছৰ ফলসমূহেই জীৱন ধাৰণৰ মুখ্য আহিলা হ'ব লাগিব; অন্য অৰ্থত তেনেলোক সম্পূৰ্ণ অৰ্থত আদিম যুগীয় হ'ব লাগিব।

৩। তেনে জনগোষ্ঠীসমূহক বিশেষকৈ তেনে মাপকাঠিৰ বিচাৰ কৰিহে কেন্দ্ৰৰ অনুমোদনৰ কাৰণে পঠাব। ভাৰতীয় সংবিধানে বা সংবিধান প্ৰণেতাসকলে তেনে মাপকাঠিৰে আৰু লগতে অন্যান্য প্ৰয়োজনীয় দিশ বিচাৰ কৰি প্ৰথমে মাত্ৰ দহ বছৰৰ বাবেহে এই ব্যৱস্থা ৰাখিছিল যদিও এই ব্যৱস্থা এতিয়াও অব্যাহত আছে আৰু হয়তু অদূৰ ভৱিষ্যতেও থকাৰ সম্ভাৱনা আছে। যি কি নহওক ১৯৯০-৯৬ত তেতিয়াৰ হিতেশ্বৰ শইকীয়া নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰে অন্যান্য জাতিসমূহৰ লগতে মৰাণ, মটক আদিকো জনজাতীয় অন্তৰ্ভুক্ত কৰিব লাগে বুলি কেন্দ্ৰীয় চৰকাৰলৈ অনুমোদন জনাইছিল। এই সম্পৰ্কে

মুখ্যমন্ত্ৰীৰ আহ্বান ক্ৰমে দিছপুৰৰ জনতা ভৱনত হোৱা আলোচনাত আমিও জোৰদাৰ বক্তব্য ৰখাৰ সৌভাগ্য হৈছিল। কিন্তু এই স্বত্বেও মৰাণ, মটক, চুতীয়া, আহোম জাতিসমূহ অন্যান্য পিচপৰা শ্ৰেণীতেই আজিৰ তাৰিখতো অন্তৰ্ভুক্ত হৈ আছে—অৱশ্যে সোনকালেই জনজাতীয় মৰ্যাদা বা জনজাতিত অন্তৰ্ভুক্তকৰণ হোৱাৰ পূৰ্ণ সম্ভাৱনা আছে। মায়ামৰা সমাজৰ অ-ৰাজনৈতিক সংগঠন যেনে সদৌ অসম মটক সন্মিলন, সদৌ অসম মটক ছাত্ৰ সন্থা, সদৌ অসম মটক যুব ছাত্ৰ পৰিষদ, সদৌ অসম মায়ামৰা সাংস্কৃতিক সমাজ, সদৌ অসম মৰাণ সভা, সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ ব্যাপক তৎপৰতাও এই ক্ষেত্ৰত এক উল্লেখনীয় ভূমিকা ল'ব পাৰে। ইতিমধ্যে অৱশ্যে সংগঠনসমূহে অসম তথা কেন্দ্ৰীয় চৰকাৰক নিজা নিজা দাবী পেছ কৰিছেই। মায়ামৰা সমাজ বিশেষকৈ মৰাণ, মটক সকলৰ মাজত এতিয়ালৈ নিজাকৈ কোনো ৰাজনৈতিক সংগঠন হৈ নুঠাত বৃহত্তৰ মায়ামৰা সকলে উপৰুক্ত সংগঠনসমূহৰ ওপৰতে নিজৰ ভাগ্য এৰি দিছে সেয়েহে এই সংগঠনসমূহে সামাজিক বক্তব্য ৰখাৰ লগতে প্ৰয়োজন সাপেক্ষে ৰাজনৈতিক বক্তব্য বা ৰাজনৈতিক সংগ্ৰামৰ পদক্ষেপো গ্ৰহণ কৰিব লগা হয়তু হ'ব পাৰে। স্বাধীনতাৰ ৫০ বছৰীয়া সোণালী জয়ন্তী পাৰ হ'ল অথচ এই সমাজৰ পৰা এজন লোককো ৰাজ্যসভালৈ মনোনীত নকৰি এটা বৃহত্তৰ জাতিক ৰাজনৈতিক অবিচাৰ কৰি থকা কাৰ্য্য সদায়ে সহ্য কৰি থাকিব নোৱাৰি। যি সময়ত ৰাষ্ট্ৰপতি বা কেন্দ্ৰীয় চৰকাৰে Anglo Indian লোককো ৰাজনৈতিক প্ৰতিনিধিত্ব দিছে; সেই সময়ত ভাৰতীয় স্বাধীনতা আন্দোলনৰ জোৰদাৰ অংশগ্ৰহণকাৰী অসমীয়া জাতিৰ এটা বৃহত্তৰ অংশ মায়ামৰা সমাজক ৰাজনৈতিকভাৱে অ-প্ৰতিনিধিত্ব কৰি ৰখাৰ কোনো যুক্তি নাই। সেয়েহে আমাৰ সংগঠনসমূহে এনে ৰাজনৈতিক শূন্যতা সম্পৰ্কত কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰক জনাব লাগিব জোৰদাৰ ভাৱে।

যিদৰে মায়ামৰা সমাজ ৰাজনৈতিক ভাৱে পিচপৰা, ঠিক তেনেকৈ এই সমাজ জীৱনৰ লাগতিয়াল অন্যান্য দিশ যেনে—শৈক্ষিক, অৰ্থনৈতিক অথবা সামাজিক দিশতো বৰ আগবঢ়া দিশত নাই। শৈক্ষিক দিশত যদিও কেইজনমান এম. এ, বি. এ. ডিগ্ৰীধাৰী লোক আছে বা দুজনমান ডাক্তৰ, ইঞ্জিনিয়াৰ আছে কিন্তু সামগ্ৰিকভাৱে এই সমাজৰ শিক্ষিত হাৰ শতকৰা দহৰ ওপৰ নহয়। শৈক্ষিক দুৰাৱস্থাৰ কথা বিবেচনা কৰিয়েই যদি এই সমাজৰ অন্তৰ্ভুক্ত মৰাণ, মটকসকলক M.O.B.C. (অতি পিচপৰা শ্ৰেণী) হিচাপে ৰাজ্য চৰকাৰে ঘোষণা কৰিছে কিন্তু এই ব্যৱস্থাই জাতিটোৰ শিক্ষাৰ অগ্ৰগামিতাক অলপো সহায় কৰা নাই।

অৰ্থনৈতিক ক্ষেত্ৰত মুষ্টিমেয় কেইজনমান বৃহৎ ধনী মানুহৰ বাদে শতকৰা ৯০ জনৰে অৱস্থা অত্যন্ত শোকলগা। শতকৰা ৯০ জন লোক গাঁৱতে

বাস কৰা এই সমাজৰ প্ৰতিজন লোকেই কৃষি কৰ্মৰ লগতেই জড়িত। অতীজৰ পৰা কৰি অহা পদ্ধতিৰেই খেতি-বাতি কৰি আহিছে। বৈজ্ঞানিক পদ্ধতিৰ অবিহনে কেৱল বতৰৰ ওপৰত নিৰ্ভৰ কৰি কেৱল শালিখেতিকেই কৰি আহিছে। বৰষুণ যথাযথভাৱে পালে খেতি পথাৰৰ কাম নিয়াৰিকৈ চলে আৰু বৰষুণ নহ'লে খেতিয়েই নহয়। চৰকাৰে জলসিঞ্চনৰ পদ্ধতি অসমৰ প্ৰতিখন পথাৰত প্ৰয়োগ কৰিলে খেতিয়কৰ এনে সমস্যা হয়তু নহ'লহেঁতেন। ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশত এই ব্যৱস্থা চৰকাৰী ভাৱেই প্ৰযোজ্য হৈ আছে বাবেই আজি হয়তু অসমে চাউলৰ কাৰণেও অন্য ৰাজ্য অথবা কেন্দ্ৰীয় চৰকাৰৰ সহায়ৰ বাবে বাট চাব লগা হয়। অন্যহাতে কোনো নিবনুৱা যুৱকে ভালকৈ খেতি কৰো বুলিলেও আজিকালি মাটিৰো অভাৱ। বৃহৎ অথবা ক্ষুদ্ৰ চাহ বাগিচা খোলাৰ নামত হাজাৰ হাজাৰ বিঘা হেক্টৰ মাটি আজি ধনীক শ্ৰেণীৰ হাতত—অন্যহাতে প্ৰাকৃতিক দুৰ্য্যোগ যেনে সঘনাই হোৱা বানপানী গৰাখহনীয়াই বহু ভিতৰুৱা গাওঁ প্ৰায় নিঃচিহ্ন কৰিলে। এনেদৰেই চাৰিওফালৰ পৰা চেপা খাই আজি এই বৃহৎ সমাজৰ প্ৰায়ভাগেই নিঠৰুৱা প্ৰায়। পৰিয়াল হিচাপে মায়ামৰা সমাজ পিতৃ প্ৰধান যদিও ঘৰুৱা সিদ্ধান্তসমূহৰ লগতে মাতৃগৰাকীৰো এক ডাঙৰ ভূমিকা থাকে। পৰিয়ালটো পিতাকৰ পৰিচালনাতেই প্ৰত্যক্ষভাৱে পৰিচালিত হয়; কিন্তু পৰোক্ষ ভূমিকা মাকৰ সদায় থাকিবই। অৱশ্যে পিতাকৰ অভাৱত মাকে পৰিয়াল পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে। অৱশ্যে কোনো কোনো পৰিয়ালৰ বিধবা মাকে ডাঙৰ পুতেককে তেনে ভাৰ অৰ্পণ কৰে। যিজনে পৰিয়াল পৰিচালনা কৰে তেওঁৰ ওপৰতেই গৃহস্থৰ আয় উৎপাদন বা ভৱিষ্যৎ নিৰ্ভৰ কৰে। সেয়ে তেনেজন দূৰদৃষ্টিসম্পন্ন হ'বই লাগিব। অবিবেচক লোকৰ হাতত পৰিয়াল পৰিচালনাৰ ভাৰ পৰিলে ঘৰ ধ্বংস মুখত পৰে।

মায়ামৰা সমাজৰ পৰিয়ালত বাপেক পুতেক বেলেগ হ'লে বাপেকে কোনো স্থাবৰ অস্থাৱৰ সম্পত্তিৰ অংশ চিধা-চিধি বেলেগ কৰি নিদিয়ে। অৱশ্যে এই সম্পৰ্কত কোনো ধৰা-বন্ধা নিয়ম নাই। কিন্তু পিতাকৰ মৃত্যুৰ পিছত তেওঁৰ পুতেকহঁতৰ ভিতৰত সম্পত্তিৰ ভাগ-বটোৱাৰত ডাঙৰজন ককায়েকৰ বিশেষ তৎপৰতাত সম্পন্ন হয়। যিহেতু ডাঙৰজন ককায়েক পিতাকৰ সমানেই ভায়কহঁতক পোহপাল দিয়াৰ দায়িত্ব পালন কৰি আহিছে সেয়েহে ডাঙৰ ককায়েকজনক অশ্ৰদ্ধা বা তেওঁৰ বাক্য অমান্য কৰা কথা নুঠে। সমিল-মিলৰ মাজেৰেই সম্পত্তিৰ ভাগ-বটোৱাৰ কাৰ্য্য সম্ভৱ হৈ উঠে।

বিয়া-বাৰুৰ ক্ষেত্ৰত প্ৰায়েই ল'ৰাৰ ইচ্ছানুযায়ী মাক-বাপেকে বিয়া পাতি দিয়ে। সমাজত বন্দোবস্তী বিয়া (arrange marriage) নিচেই তাকৰ। সমগ্ৰ

মায়ামৰা সমাজত বিয়া পতাৰ ক্ষেত্ৰত অৱশ্যে কিছুমান ধৰা-বন্ধা নিয়মো আছে। যেনে একে বংশ বা একে খেলৰ মাজত বিবাহ নিষিদ্ধ। এনে বিয়াক সমাজ আনকি গোসাঁইসকলে মানি নলয়। অন্য অসমীয়া সমাজৰ পৰা বিবাহ কৰিব পাৰে যদিও পাচত কিছুমান সামাজিক নীতি-নিয়মৰ মাজেদিহে তেনে বিয়াৰ স্বীকৃতি দিয়া হয়। মায়ামৰা সমাজ একে পত্নীক। অৱশ্যে কোনো কোনোৱে দুগৰাকীকৈ পত্নী ৰাখে যদিও এয়া ব্যতিক্ৰমী নিয়ম বুলি ক'ব পাৰি। বিধবা বিবাহৰ প্ৰচলন আছে যদিও এয়াও পৰম্পৰা অথবা বাধ্যতামূলক নহয়। শিশু বিবাহ প্ৰথা (child marriage) একেবাৰে নিষিদ্ধ। বিবাহত অন্যান্য কিছুমান ভাৰতীয় সমাজৰ লেখিয়াকৈ ছোৱালীৰ লগত যৌতুক দিয়া প্ৰথা বাধ্যতামূলক নহয়। অৱশ্যে মাক-বাপেক বা অন্যান্য সমনীয়া লোকে নিজাববীয়াকৈ দিয়া সম্পদৰ কথা বেলেগ। মুঠৰ ওপৰত মায়ামৰা সমাজত নাৰীৰ এক মৰ্যাদাপূৰ্ণ আসন সদায়ে দি অহা হয়।

মায়ামৰা সমাজৰ পৰম্পৰাগত সাজপাৰ হৈছে চুৰীয়া আৰু ৰঙা শাৰীৰ বগা গামোচা। তিৰুতাসকলে মেখেলা পাৰকানী ব্যৱহাৰ কৰে মূৰত এখন গামোচা সহ। অৱশ্যে আজি ডেকাচামে অন্যান্য সমাজৰ দৰেই সাজপাৰ ব্যৱহাৰ কৰে। মায়ামৰা সমাজত অসমীয়া কিছু কিছু সমাজত থকাৰ দৰে ঘৰতে বনুৱা লাউপানীৰ ব্যৱস্থা নাই। মায়ামৰা সমাজৰ মৰাণে আনকি ঘৰত গাহৰি আৰু কুকুৰা পোহাতো এক প্ৰকাৰ নিষিদ্ধই; অৱশ্যে আজিকালি ইয়াৰ ব্যতিক্ৰমো নোহোৱাকৈ থকা নাই।

মায়ামৰা সমাজৰ আনন্দময় উৎসৱটোৱেই হৈছে বিহু—বহাগ বিহু। বহাগ বিহুক দুই ভাগত ভগাব পাৰি, যেনে—গৰুৰ বিহু আৰু মানুহৰ বিহু। গৰু বিহুৰ দিনা গৰুৰ শ্ৰী আৰু সংখ্যা বৃদ্ধিৰ কামনা কৰি গৰুক বিভিন্ন নিয়মে পূজা বা আদৰা হয়। সিদিনা ৰাতিপুৱাই গৃহস্থই গোহালী ঘৰলৈ গৈ গৰুক গা-পা ধুৱাই কেচা পিঠা-পনা খুউৱা হয়। আগদিনাই গাঁঠি থোৱা লাউ, বেঙেনাৰ মালা কেইধাৰীমান হাতত লৈ তাৰপৰা এচটা এচটা কৰি উলিয়াই গৰুক মৰা হয় আৰু লগে লগে গাই যায়—''লাউ খা, বেঙেনা খা, ঠেকেৰা খা হালধী খা, মাৰে সৰু বাপেৰে সৰু, তই হবি বৰ বৰ গৰু' ইত্যাদি। তাৰ পাছত তৰাৰ ৰচি পিন্ধাই দীঘলতিৰে কোবাই কোবাই গৰুৰ মাখি মাৰি পাছত গোহালীৰ পৰা পঠিয়াই দিয়া হয়। মানুহৰ বিহু দিনাখন (বৃহস্পতি/শুক্ৰবাৰ আদি) গুৰুসেৱা অথবা মান্যজনক বছেৰেকীয়া সেৱাজনাই আশীৰ্বাদ লোৱা প্ৰীতিৰ চিন বিনিময় কৰা শস্যৰ মঙ্গল আৰু শ্ৰীবৃদ্ধি কামনা কৰা আদি কাৰ্য্যসমূহ সমাপন কৰি বছেৰেকীয়া বিহুৰ আনুষ্ঠানিক আনন্দ অৱশ্যে কৰা হয়। বিহু ৭ দিন বা ১০ দিন

হৈ শেষ হ'লেও এই কেইদিনতে ই আনন্দৰ জৰিয়তে সমন্বয় সৃষ্টি কৰি অসমীয়া জাতিক একত্ৰিত কৰি তোলে; নিজৰ সংস্কৃতিৰ প্ৰতি সচেতন হ'বলৈ শিকায়। বহাগ বিহু উৎসৱ পাৰ্বনৰ মাজতে আৱদ্ধ থকা নাই। ই মানৱ সভ্যতাৰ নৈতিকতা আৰু শিষ্টাচাৰৰ স্থান আহৰণ কৰাটো বিস্তাৰিতভাৱে সহায় কৰিছে। ঘৰৰ ন-বোৱাৰীয়ে শহুৰ-শাহুয়েকক সেৱা কৰাৰ পিছত নিজৰ মাক-পিতাকক সেৱা জনাবলৈ ঘৰলৈ যোৱা পুত্ৰসকলেও পিতা-মাতাক সেৱা জনোৱা আদি কাৰ্য্যই জ্যেষ্ঠজনৰ প্ৰতি কণিষ্ঠজনৰ দায়িত্ব বা শিষ্টাচাৰ প্ৰদৰ্শন কাৰ্য্য বিহুৰ এক অনবদ্য অৱদান; যিহেতু বিহুৰ বাদে অন্য কোনো উৎসৱত এনে ধৰণৰ শ্ৰদ্ধা প্ৰদৰ্শন কৰাৰ থল নাই। সেয়েহে কোৱা হয় সংস্কৃতি অবিহনে কেতিয়াও এটা জাতি সুসভ্য হিচাপে বৰ্ত্তি নেথাকে। মায়ামৰা সমাজত এনে উৎসৱ পাৰ্বনৰ উপৰিও মহিলা সমাজতো নিৰ্দিষ্ট নীতি-নিয়মে কিছুমান অনুষ্ঠান যেনে—শান্তি বিয়া বা চুৰা বিয়া। ভোজনী খুউৱা বা লখিমী সবাহ, আইমতা সকাম, বুঢ়ী মেথি কাম বা বিঘিণী বিয়পা সমাজ আদি পৰম্পৰা অনুসাৰে পালন কৰি অহা হয়। মায়ামৰা সমাজৰ অন্যান্য অনুষ্ঠান যেনে—মৰা মৃতকৰ কাম তিলনী, দহা-কাজ, নবজাতকৰ ক্ৰিয়া কৰ্ম তিথি, বৰসবাহ, বংশাৱলী সভা আদি নানা তৰহৰ কাম-কাজ অতি শৃংখলতাৰে পৰম্পৰাগত ভাৱে পাতি অহা হৈছে। তদুপৰি অন্যান্য অনুষ্ঠান যেনে—গৰখীয়া ভোজ, হাতীৰ হদন-মদনৰ কাম, হাবিত চৰাই মেলা ইত্যাদি সামাজিক কাম-কাজ মায়ামৰা সমাজ সমৃদ্ধিশালী হৈ আছে। এনেধৰণৰ বাৰে ৰহনীয়া সমাজ ব্যৱহাৰ মাজত সেয়েহে মায়ামৰা সমাজ এক অনন্য সমাজ হিচাপে অসমীয়া সমাজত জিলিকি আছে।

## মায়ামৰা সমাজৰ খেল

অন্যান্য পৰম্পৰাগত সমাজত থকাৰ দৰেই বৃহত্তৰ মায়ামৰা সমাজখনো বহু খেলত বিভক্ত। একে খেলৰ ল'ৰা-ছোৱালীৰ মাজত বিবাহ হ'ব নোৱাৰে। মায়ামৰা সমাজ পিতৃপ্ৰধান বাবে পুত্ৰ সন্তানসমূহ পিতৃৰ খেলতে অন্তৰ্ভুক্ত হয়। আনহাতে ছোৱালীয়ে বিয়া কৰোৱাৰ পাছত স্বামীৰ খেলেই তাইৰো খেল হয়। খেলসমূহ হ'ল—দহোতীয়া, টেঙাপনীয়া, নামচিঙ্গিয়া, হাতীমূৰীয়া, তেলেপীয়া, নাওশলীয়া, বাহগৰীয়া, দাইচলীয়া চুতীয়া, লফাই-চুতীয়া, হিন্দু-চুতীয়া, বাৰীচোৱা, দেউৰী-চুতীয়া, ৰংচলীয়া, বৰমেলেঙীয়া, সৰু-মেলেঙীয়া, মাজু-মেলেঙীয়া, ঘৰসেৰীয়া, শনিপতিয়া, পানীখোৱা, শগুণমৰীয়া ফেনিয়া, বাৰীঘৰীয়া, এঠাঘৰীয়া, বহতীয়া, চমুৱা, ডাউকী, থাৰখৰীয়া, ৰাইডঙীয়া, কাড়ি-

চেতিয়া, কপৌ-চেতীয়া, গৰীয়া, মুকুক-চুতীয়া, শালিকী-চেতিয়া, দাই-চলীয়া, শিলিখা-ঘটীয়া, ৰংযুগনীয়া, দিহিঙীয়া, নাওশলীয়া, বাহগৰীয়া, কছাৰী-গঞা, চকৰী-গঞা, মুদৈ-গঞা, আহোম-বুঢ়া-গঞা, টেকেলী-গঞা, জেঙনী-গঞা, মাজুলী-গঞা, চাচনী-গঞা, গোৱাল-গঞা, ছিছা-গঞা, গোবৰ-গঞা, হালধি-গঞা, কপৌ-গঞা, গোসাঁই-গঞা, ডেকা, ডাইনী-গঞা, চেকী ডাইনী-গঞা, হলৌ-খোৱা, কুকুৰ-খোৱা, জাই-কুকুৰখোৱা, মানখোৱা, মানুহখোৱা বাহগঞা, কোমোৰা-গঞা, ধেকেৰী-গঞা, খাটোৱাল, শ্ৰেণীয়া-খাটোৱাল, তুহভাৰী-খাটোৱাল, নালেকুৱাখাটোৱাল, মৌপিয়া-খাটোৱাল, ডিমৰুগুৰীয়া-খাটোৱাল, টকৌৱাৰী-খাটোৱাল, চহিলা, নেওগ, থিয়যোগী, বৰগোহাঁই চাউৰক, ডেকামৰাণ, ঘৰবন্দীঘৰ, জাঠিধৰা, ধনুসজা, কোঁচ, ধুন্দ, খনিকৰ, মিৰি, সৰু ঘৰবন্দি, হালবন্দি, বিচাধৰা, অগ্নিঘৰৰ খেল, গোৱালী তিঙিৰি, ফেনিয়া, গিৰিকা বৰা, বেতমেল, চিংফৌ, চসমতী, দেওধাই, চীলাঘৰ, দোলাৰখীয়া-খেল, শেনছোৱা বৰুৱা, সৌকাধৰা-চাওদাং পুৰণি-মাউত, গাহৰি-পুহিয়া, ভড়াল-তলীয়া, লাহন, গোবৰ-কছাৰী, ফুকনৰ-খেল, বৰফুকনৰ-খেল লেছাৰী-খেল, শেনছোৱা-ফুকনৰ-খেল, গৰীয়া, দুলিয়া, চমাৰু, বেঙেনা-ধৰা, ডিব্ৰুৱাল, বৈৰাগী-বুঢ়াৰ পৰিয়াল, সূৰ্য্যবংশী, হাইমৰা-দাইশাল—খাইমৰা-দাইশাল, আৰনধৰা, আহোমবুঢ়া আদি।

স্থানসূচক, মানসূচক, বৃত্তিসূচক, জাতসূচক ভিত্তি সৃষ্টি হোৱা উক্ত খেলবোৰৰ বাহিৰেও অন্যান্য খেলো বৃহত্তৰ মায়ামৰা সমাজত থকাটো সম্ভৱ হ'ব পাৰে। □

# মায়ামৰা সমাজৰ পাৰিবাৰিক সম্বন্ধ

| | | |
|---|---|---|
| পিতাকক | — | দেউতা, বাবা, বোবা। |
| মাকক | — | আই, মা। |
| পিতাকৰ পিতাক | — | দৌতা। |
| পিতাকৰ মাকক | — | আইতা, জিজ্জাই। |
| পিতাকৰ আতৈক | — | তাৰৈ। |
| আতৈৰ ঘৈণীয়েকক | — | আমৈ। |
| পিতাকৰ আইতাক | — | বাইচাওঁ, জিজ্জাই। |
| পিতাকৰ ককায়েকক | — | বৰদেউতা, বৰপাই। |
| পিতাকৰ ভায়েকক | — | দদাইদেউ, দাইটি, খুৰা। |
| পিতাকৰ ভায়েকৰ ঘৈণীয়েকক | — | খুৰী। |
| পিতাকৰ বায়েকক | — | জেঠাই। |
| পিতাকৰ ভনীয়েকক | — | পেহী। |
| পেহীয়েকৰ গিৰিয়েকক | — | পেহা। |
| মাকৰ পিতাকক | — | দৌতা। |
| মাকৰ মাকক | — | আইতা, জিজ্জাই। |
| মাকৰ ককাইয়েকক | — | মোমাই। |
| মাকৰ ভায়েকক | — | মোমাই। |
| মাকৰ ককাইয়েকৰ ঘৈণীয়েকক | — | মাই। |
| মাকৰ ভায়েকৰ ঘৈণীয়েকক | — | মামী। |
| মাকৰ বায়েকক | — | জেঠাই। |
| মাকৰ ভনীয়েকক | — | মাহী। |
| মাকৰ বায়েকৰ গিৰীয়েকক | — | জেঠু। |
| মাকৰ ভনীয়েকৰ গিৰীয়েকক | — | মহা। |
| নিজৰ ককায়েকৰ ঘৈণীয়েকক | — | নবৌ, বৌদেউ, বৌ। |
| বাই-ভনী বিয়া কৰোৱা | | |
| গিৰীয়েক সকলক | — | শালপতি |
| নিজৰ ভায়েকৰ ঘৈণীয়েকক | — | বোৱাৰী, ভাইবোৱাৰী। |

| | | |
|---|---|---|
| নিজৰ বায়েকৰ গিৰীয়েকক | — | ভিনীদেউ। |
| নিজৰ ঘৈণীয়েকৰ ভায়েকক | — | খুলশালি। |
| নিজৰ ঘৈণীয়েকৰ বায়েকক | | |
| নিজৰ বাবে | — | জে-শাহু। |
| জে-শাহুৰ গিৰীয়েকক | — | শালপতি। |
| নিজৰ ঘৈণীয়েকৰ ভনীয়েকক | — | খুলশালি। |
| ভনীয়েকৰ গিৰীয়েকক | — | বৈনাই। |
| নিজৰ ঘৈণীয়েকৰ পিতাকক | — | শহুৰ। |
| নিজৰ ঘৈণীয়েকৰ মাকক | — | শাহু। |
| নিজৰ পিতা আৰু ঘৈণীয়েকৰ | | |
| পিতাকৰ লগত | — | বিয়ৈ। |
| নিজৰ মাক আৰু ঘৈণীয়েকৰ | | |
| মাকৰ লগত | — | বিয়নী। |

বৌয়েক, খুলশালিয়েকৰ আদিৰ লগত মুখ-ধেমালি চলে যদিও এয়া নিয়মৰ ভিতৰতহে আবদ্ধ। শালিনতাৰ বাহিৰত এই ধেমালি নচলে; চলাটো অনুচিত। হিন্দু ধৰ্মত নবৌয়েকক মাকৰ আসন দিয়া হয়। সেয়ে নবৌয়েকৰ লগত শালিনতাৰ বাহিৰত ধেমালি কৰা মাকৰ অভিশাপপ্ৰাপ্ত হয়। নিজৰ ভাই বোৱাৰীৰ মাজত এক দূৰত্ব বিৰাজ কৰি থাকে। □

# নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ

১২৫৩ খ্ৰীষ্টত আহোমসকল যেতিয়া ব্ৰহ্মদেশৰ পৰা আহি অসমত প্ৰৱেশ কৰে; সেই সময়ত তেওঁলোকৰ ভাষা, ধৰ্ম অথবা সামাজিক ৰীতি-নীতি সুকীয়া আছিল। আদিতে তেওঁলোক তাওঁ ধৰ্মাৱলম্বী আছিল আৰু বলি-বাহন আদিত বিশ্বাসী আছিল। অসমলৈ আহি চুকাফাই বৰ্তমান শিৱসাগৰ জিলাৰ চৰাইদেউত নগৰ স্থাপন কৰাৰ সময়ত বগা ঘোঁৰা বলি দি ৰাজধানী পতাৰ কথা বুৰঞ্জীত পোৱা যায়। অন্যহাতে আহোমসকল আদিতে বৌদ্ধধৰ্মী আছিল বুলি কয় যদিও এই সম্বন্ধে নানা মত পাৰ্থক্যও নথকা নহয়। ছশ বছৰীয়া আহোম ৰাজত্বত বৌদ্ধ সংস্কৃতিৰ চিন এৰি থৈ নোযোৱাৰ কথাই ইয়াক অধিক বিৰ্তকিত কৰি তুলে। চীনা দাৰ্শনিক পণ্ডিত লাওৎছেৰ উচ্চ দৰ্শন আৰু নীতিৰ ওপৰত প্ৰতিস্থিত তাওঁ ধৰ্মত পিছতলৈ দেৱ-দেৱীৰ পূজা অৰ্চনাও চলিছিল। চোমদেৱ আছিল আহোমসকলৰ ইষ্ট দেৱতা—কিন্তু এয়া কোনো ঐশ্বৰীক দেৱতা নহয়। চোমদেৱ হ'ল শালগ্ৰাম জাতীয় বহুমূলীয়া মণি বা ৰত্ন মাত্ৰ। সেই সময়ত আহোমসকলৰ মাজত এই চোমদেৱৰ পূজাৰেই সৰ্বাধিক প্ৰচলন আছিল। অৱশ্যে অন্যান্য দেৱতাসকল যেনে—'ফুৰাত বা' 'লেংডন', 'কাওখাম', 'জংচিংফা' আদিৰো পূজা পালন কৰা হৈছিল। অসমত ৰাজ্য প্ৰতিষ্ঠা কৰাৰ পাছত আহোমসকলে তেওঁলোকৰ ধৰ্ম জোৰকৈ অন্যান্য জাতিসমূহৰ ওপৰত জাপি দিয়াৰ প্ৰয়াস কৰা নাছিল। বৰঞ্চ তেতিয়াৰ থলুৱা ধৰ্ম-সংস্কৃতিৰ প্ৰতি চুকাফাৰ হেঁপাহ আৰু সন্মান দুয়োটাই আছিল—সেয়েহে তেওঁৰ ৰাজত্বৰ কালছোৱাত কোনো ধৰণৰ ধৰ্মীয় অথবা সংস্কৃতিৰ সংঘাট হোৱা নাছিল। লাহে লাহে আহোমসকলে অসমৰ থলুৱা যেনে—মৰাণ-মটক, বৰাহী আদিৰ তিৰুতা গ্ৰহণ কৰি নিগাজিকৈ অসমত বাস কৰাৰ ফলত হিন্দু ধৰ্মৰ প্ৰতি আকৃষ্ট হৈ চাৰিশ বছৰ মানৰ পৰা হিন্দু ধৰ্মত পূৰ্ণ আকৃষ্ট হৈ পৰে। ক'বলৈ হ'লে (১৩৯৭-১৫০৭) খ্ৰীষ্টাব্দৰ ভিতৰত বিশেষকৈ আহোম ৰজা চুডাংফা বা বামুণী কোঁৱৰৰ দিনতে আহোম ৰাজসভাত হিন্দু ধৰ্মৰ প্ৰভাৱ পৰিলক্ষিত হয়; যদিও সেয়া ব্যাপক নাছিল। আচলতে ১৬৪৮-১৬৬৩ খ্ৰীষ্ট কালছোৱাৰ সময়তহে স্বৰ্গদেউ জয়ধ্বজ সিংহই পোন প্ৰথমে আনুষ্ঠানিকভাৱে হিন্দু ধৰ্মত দিক্ষীত হয়। জয়ধ্বজ সিংহৰ আদি নাম আছিল চুতাম্লা। চুতাম্লাই শিঙৰী ঘৰত উঠি ব্ৰাহ্মণ সৰ্জ্জনক

দান-দক্ষিণা দি হিন্দুমতে জয়ধ্বজ সিংহ নাম লৈ ৰাজপাটত উঠে। জয়ধ্বজ সিংহই হিন্দু ধৰ্মৰ প্ৰতি এনেদৰেই পূৰ্ণভাৱে আকৃষ্ট হৈ পাচত নিৰঞ্জন বাপুত শৰণ লৈ তেওঁক আউনিআটি সত্ৰত সত্ৰাধিকাৰ পাতিছিল। আহোম ৰজাসকলে আহোম নিয়মৰ উপৰিও হিন্দুনাম গ্ৰহণ কৰা অৱশ্যে আৰম্ভ হয় চুহুংমুং দিহিঙীয়া ৰজাৰ দিনৰে পৰা অৰ্থাৎ ১৪৯৭ খ্ৰীষ্টৰ পৰা দিহিঙীয়া ৰজাৰ ৰাজত্বকাল হ'ল ১৪৯৭-১৫৩৯ খ্ৰীষ্টলৈ। এইজনা ৰজাৰ দিনৰে পৰা আহোম উপাধি 'চা-ও-ফা'ৰ হিন্দুমতে স্বৰ্গদেউ উপাধি হয়। হিন্দু ধৰ্মৰ প্ৰতি আকৃষ্ট হৈ পৰাৰ পাছতো আহোম স্বৰ্গদেউসকলৰ কোনো ধৰণৰ ধৰ্মীয় গোড়ামী নাছিল বুলিলেই হয়। তেওঁলোকে একে সময়তে শাক্ত; ব্ৰাহ্মণ্য ধৰ্মৰো পৃষ্ঠপোষকতা কৰিছিল অন্যহাতে বৈষ্ণৱ গুৰু সকলকো মাটি বৃত্তি দান কৰিছিল। সি যি কি নহওক আহোম সকল অসমলৈ অহাৰ সময়ত অৱশ্যে শিৱ বা দুৰ্গাদেৱীৰ অৰ্থাৎ শক্তি পূজাৰ ব্যাপকতা আছিল তেতিয়াৰ সমাজত। নামনি ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতীয় লোকসকলৰ মাজত বাথৌ ব্ৰাই বা বাথৌ শিৱৰাইৰ পূজা চলিছিল আৰু সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলতেই শক্তি পূজাই সকলোকে আকৃষ্ট কৰি ৰাখিছিল। বড়ো, কছাৰী, কোচসকলৰ মাজত কামলখী বা কামাখ্যা পূজা, চুতীয়া, মৰাণ-মটকসকলৰ মাজত তাম্ৰেশ্বৰী দেৱীৰ পূজাৰ প্ৰচলন আছিল। অন্যহাতে কামাখ্যা দেৱীৰ পূজা ব্ৰাহ্মণকে আদি কৰি হিন্দু ধৰ্মৰ সকলো লোকেই কামাখ্যাৰ পূজা কৰিছিল। ক্ৰমাৎ কামাখ্যাদেৱী হিন্দু সংস্কৃতিৰেই ভিতৰুৱা প্ৰধান অংগ হৈ পৰিছিল। মানুহে বিশ্বাস কৰিছিল যাদুতান্ত্ৰিকতাত যাৰদ্বাৰা মানুহে অলৌকিক কাৰ্য্য সাধন কৰিব পাৰে বুলি ভবা হৈছিল। কেৱল যে সাধাৰণ মানুহৰ মাজতহে এই ভাৱ আছিল এনে নহয়। আনকি নৱবৈষ্ণৱ ধৰ্ম প্ৰৱৰ্তক শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নিজৰ বংশতো তেনে বিশ্বাস আছিল আৰু নিয়মিতভাৱে চন্দীপূজা কৰিছিল আৰু ধাতু তাম্ৰাক্ষৰী নামৰ যাদু বিদ্যাৰে অলৌকিক শক্তি ধাৰণ কৰিব পৰা পুথিখনো তেওঁলোকৰ হাততে আছিল। ধাতু তাম্ৰাক্ষৰী পুথিখনক 'কল্পতৰু শাস্ত্ৰ' বুলি কোৱা হয়। মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাতা শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱে এই কল্পতৰু শাস্ত্ৰৰ বলেৰে বলিয়ান হৈ সকলো বাধা নেওচি হাজাৰ হাজাৰ শিষ্যক মোহিত কৰি মায়ামৰা ধৰ্ম প্ৰতিষ্ঠা আৰু প্ৰসাৰ কৰাত কৃতকাৰ্যতা লভিছিল এনে কথা পোৱা যায়। আনকি মোৱামৰীয়া বিদ্ৰোহত নাহৰ খোৱাৰ দুই পত্নী ৰাধা আৰু ৰুক্মিণীয়ে এনে অলৌকিকতাৰ বলতে ৰাজপক্ষৰ গুলি কোচ পাতি ধৰি শত্ৰুপক্ষক ত্ৰাহি মধুসূদন দেখুৱাইছিল বুলি মানুহে বিশ্বাস কৰিছিল। অৱশ্যে ৰাধা-ৰুক্মিণীয়ে যে অসীম বীৰত্বৰে যুঁজ কৰি শত্ৰু নিপাটি কৰাত চমৎকাৰ কৃতকাৰ্য্য লাভ কৰিছিল; সেয়া সঁচাই বিস্ময়কৰ আছিল। তেনে অলৌকিকতাৰ

বলতে মোৱামৰীয়া নেতা হৰিহৰ তাঁতীয়ে লুইতৰ উত্তৰপাৰে প্ৰজা সংগঠনক ব্যাপক ৰূপদান কৰিছিল বুলিও মানুহৰ পৰম বিশ্বাস আছিল। ১৬৭০-১৬৭৩ খ্ৰীষ্টাব্দত চুন্যাতফা বা উদয়াদিত্য সিংহৰ দিনত শৰাইঘাট যুদ্ধ খ্যাত অসম আক্ৰমণকাৰী মোগল সেনাপতি ৰামসিংহই অসমৰ যাদু-মন্ত্ৰৰ কথা জানিছিল। সেয়েহে যাদুৰ আক্ৰমণৰ পৰা ৰক্ষা পাবৰ বাবে ৰামসিংহই তেওঁৰ লগত পাঁচজন মুছলমানৰ পীৰ আৰু শিখগুৰু টেগবাহাদুৰক লৈ আহিছিল বুলি শুনা যায়। অন্যহাতে এনেধৰণৰ দেৱ-দেৱীৰ পূজা অৰ্চনাত বিশেষকৈ তাম্ৰেশৰী দেৱী, জয়ন্তেশ্বৰীদেৱী আৰু কামাখ্যাদেৱী পূজাত নৰবলি দিয়াতো পৰম্পৰাগত ভাৱেই বাধ্যতামূলক হৈছিল আৰু সেয়ে প্ৰতি বছৰে এনে নিয়ম পালিত হৈ অহাত সমাজত চৌদিশে অশান্তি বিয়পি পৰিছিল। আনকি চুচেংফা বা স্বৰ্গদেউ প্ৰতাপসিংহই (১৬০৩-১৬৪১) খ্ৰীষ্টত মোগলৰ সেনাপতি সত্ৰাজিতৰ পুতেক কৰমচন্দ্ৰক কামাখ্যাদেৱীৰ আগত বলি দিছিল। উল্লেখযোগ্য যে গৌৰীনাথ সিংহইহে (১৭৮০-১৭৯৫ খ্ৰীষ্ট) সমাজৰ মাজত প্ৰচলন থকা কুখ্যাত নৰবলি প্ৰথাৰ জোৰদাৰ বিলুপ্ত ঘটোৱাতহে তাম্ৰেশ্বৰীদেৱী আৰু কামাখ্যাদেৱীৰ আগত বছৰেকত ১২ জনকৈ মানুহ বলি দিয়া কু-প্ৰথা নাইকীয়া হয়। গৌৰীনাথ সিংহৰ কেৱল এনে জ্ঞানোলব্ধ কাৰ্য্যৰ বাবেহে এটা ভয়ঙ্কৰ পৰম্পৰা বন্ধ হয়।

ভাগৱতৰ বাবেই ভাগৱতী ধৰ্ম—অন্যহাতে শঙ্কৰদেৱক মহাপুৰুষ হিচাপে গণ্য কৰাৰ বাবে তেৰাৰ ধৰ্মক মহাপুৰুষীয়া ধৰ্ম বুলি কোৱা হয়। এই মহাপুৰুষীয়া ধৰ্মত ভগৱানৰ অস্তিত্ব গুৰুৰূপত শিষ্যগনে অনুভৱ কৰি নিজকে ভগৱানৰ ওচৰত দাস হিচাপে সমৰ্পিত কৰে। যিহেতু এই ধৰ্ম আছিল অত্যন্ত সহজ-সৰল বা জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলোৰে বাবে খোলা আৰু সকলো সমান—আদি আধ্যাত্মিক সাম্যভাৱৰ আৰু অন্যান্য সকলক আকৃষ্ট কৰি এই ধৰ্মত দীক্ষিত হৈছিল। নৱ বৈষ্ণৱ ধৰ্মৰ এক গুৰুত্বপূৰ্ণ চৰিত্ৰ হ'ল—সামূহিক উপাসনাৰ ওপৰত গুৰুত্ব প্ৰদান আৰু যাৰ বাবেই শঙ্কৰদেৱে 'নামঘৰ' নিৰ্মাণেৰে খোল, মৃদঙ্গ, নৃত্য আৰু বুজনিৰে সমাজৰ ঘৃণনীয় কাৰ্য্য চিৰকাললৈ বিলুপ্ত ঘটাই অসমীয়া জাতিৰ এটি ডাঙৰ উপকাৰ সাধি গ'ল।

মধ্যযুগত ভাৰতৰ প্ৰায় সকলো ঠাইতেই ধৰ্মৰ নামত অনেক অবিচাৰ আৰু ব্যভিচাৰে সাধাৰণ জনসাধাৰণৰ জীৱন-নিৰ্বাহ দুৰ্বিসহ কৰি তুলিছিল। সেয়েহে এনে দুৰ্বিসহ ধৰ্মীয় সমাজ জীৱনৰ মুক্ততাৰ বাবে ইতিমধ্যে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত সংস্কাৰিত ৰূপত আন্দোলন আৰম্ভ হৈছিল। এই আন্দোলনৰ মুখ্য উদ্দেশ্য আছিল প্ৰচলিত হিন্দু ধৰ্মৰ জটিল ক্ৰিয়াকাণ্ডৰ ঠাইত সহজ-সৰলভাৱে আৰু পবিত্ৰ ভাৱেৰে কৃষ্ণ বা বিষ্ণুক উপাসনা কৰা আৰু সকলো হিন্দু,

মুছলমানৰ উপযোগী বা গ্ৰহণীয়কৈ সাৰ্বজনীন উপাসনা পদ্ধতিৰ দ্বাৰা ধৰ্ম কাৰ্য্য সম্পাদনা কৰা।

ভাৰতবৰ্ষত চলি থকা অসমত এই নতুন ভক্তি আন্দোলনৰ গুৰি ধৰে মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱে। শ্ৰীশ্ৰীশঙ্কৰদেৱৰ এই কাৰ্য্যত সহায় কৰে মাধৱদেৱ, দামোদৰদেৱ আৰু অন্যান্যসকলে। শ্ৰীশ্ৰীশঙ্কৰদেৱে অসমত এই ধৰ্ম—ভাগৱত, পুৰাণ আৰু গীতা শাস্ত্ৰৰ মূল দৰ্শনৰ ওপৰত ভিত্তি কৰি 'একদেৱ একসেৱ এক বিনে নাই কেৱ' বৈষ্ণৱধৰ্ম প্ৰচাৰ কৰাৰ সময়ত ৰজা আছিল চুহংমুং দিহিঙ্গীয়া। শঙ্কৰদেৱৰ সৈতে ৰজাৰ সংঘাট হৈছিল যদিও বহু ক্ষেত্ৰত শঙ্কৰদেৱে তেৰাৰ বিশাল ব্যক্তিত্বৰ দ্বাৰা সাৰি থাকিব পাৰিছিল। শঙ্কৰদেৱৰ ধৰ্মক একশৰণীয়া বৈষ্ণৱ ধৰ্ম বোলা হয় যিহেতু এই ধৰ্মত যিকোনো দেৱ-দেৱীক পূজা কৰাৰ পৰিবৰ্তে একমাত্ৰ ভগৱানকহে ভক্তি ভাৱেৰে উপাসনা কৰা হয়। একশৰণীয়া বৈষ্ণৱ ধৰ্মক আকৌ ভাগৱতী ধৰ্ম বা মহাপুৰুষীয়া ধৰ্মও বোলা হয়। শ্ৰীশ্ৰীশঙ্কৰদেৱে প্ৰচলিত ধৰ্মৰ মূল ভেটি ভক্তি গীতৰ সমাহাৰত আনন্দমনেৰে অথচ অতি ভক্তিভাৱেৰে ভগৱৎ উপাসনা কাৰ্য্য সমাধা কৰাত কৃতকাৰ্য্য লভিছিল। শ শ মানুহে তেৰাৰ নিৰ্মিত নামঘৰত ভক্তিভাৱেৰে উজাগৰে নিশা কটোৱাটো সাধাৰণ কথা হৈ পৰিছিল। অগাধ প্ৰতিভাধাৰী শঙ্কৰদেৱে নিজে নামঘৰত পৰিৱেশনৰ বাবে ধৰ্মীয় গীত (বৰগীত) ৰচি গাই অভিনয় কৰা উপৰিও তেওঁৰ ভক্তসকলকো সংগীত নাটক, কাহিনী আৰু ভক্তিমূলক প্ৰাৰ্থনা ৰচিবলৈ উপদেশ দিছিল। শঙ্কৰদেৱে নিজে 'কীৰ্তন ঘোষা' আৰু মাধৱদেৱে 'নামঘোষা' ৰচনাৰে হাজাৰ হাজাৰ ধৰ্মপ্ৰাণা লোকক মন্ত্ৰমুগ্ধ কৰাৰ উপৰিও সামাজিক আৰ ধৰ্মীয় দিশত অনুপ্ৰাণিত কৰি আহিছিল।

মহাপুৰুষৰ বৈষ্ণৱ ধৰ্মত তিৰুতাৰ স্থান প্ৰায় নাছিল বুলিলেই হয়। ইয়াত সন্ন্যাসীহে আছে, সন্ন্যাসিনী নাই। সেয়েহে শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত নামঘৰত গায়ন বায়ন সহিত ধৰ্মীয় উপাসনাত তিৰুতাৰ স্থান নাই। আহোম ৰজা চুহুংমুং দিহিঙীয়া ৰজাৰ সৈতে তেৰাৰ বহুতো বিষয়ত মনোমালিন্য ঘটাৰ পাছত তেওঁ আহোম ৰাজ্য এৰি পালামৰ কোচ ৰাজ্যলৈ গৈ ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰত ব্ৰতী হ'ব লগা হৈছিল। নগা, মিৰি, গাৰো, ভুটীয়া, কোচ, আহোম, মুছলমান আদি সকলোৱেই এই ধৰ্মৰ প্ৰতি আকুণ্ঠ আনুগত্য প্ৰকাশ কৰিবলৈ ধৰে। শঙ্কৰদেৱে তেৰাৰ সহজ-সৰল ধৰ্ম অত্যন্ত দৰ্শনীয়ভাৱে মূল বৈষ্ণৱ সংগঠন সত্ৰ আৰু নামঘৰৰ মাজেদিয়ে উপস্থাপন কৰা পদ্ধতিতো পূৰ্ণ ৰূপত বিকশিত ঘটাই তেৰাৰ প্ৰধান শিষ্য মাধৱদেৱ আৰু দামোদৰদেৱে। কিন্তু ইমানৰ পাছতো এই ধৰ্মৰ মাজত বিভাজন ঘটিল আৰু দামোদৰদেৱে ব্ৰাহ্মণ্যবাদী বৈষ্ণৱ পন্থা বা ব্ৰহ্ম

সংহতিৰ জন্ম দিয়ে। কেৱল সেয়ে নহয় ক্ৰমে পুৰুষ সংহতি, নিকা সংহতি, কাল সংহতি নামাকৰণেৰে আৰু তিনিটা সংহতিৰো সৃষ্টি হ'ল। তাৰ মাজৰ কাল সংহতিৰ প্ৰৱক্তাসকলে শঙ্কৰদেৱৰ গুৰুবাদী আদৰ্শ আৰু আধ্যাত্মিক সাম্যবাদ কটকটীয়াকৈ ধৰি ৰাখে। সেই সময়ত কালসংহতিৰ উজনিত দুখন প্ৰধান সত্ৰ আছিল—মায়ামৰা আৰু দিহিং সত্ৰ। এই দুখন সত্ৰৰ সত্ৰাধিকাৰ সকল আছিল শুদ্ৰ মহন্ত। অন্যহাতে আউনীআটি, দক্ষিণপাট, কুৰুৱাবাহী আৰু গড়মূৰ সত্ৰ আছিল স্বৰ্গদেউ জয়ধ্বজ সিংহ (১৫৫৩-৬১) ৰাজ সাহাৰ্যাপ্ৰাপ্ত ব্ৰহ্মা সংহতি অন্তৰ্গত প্ৰধান সত্ৰ।

শঙ্কৰদেৱৰ নৱ বৈষ্ণৱ ধৰ্ম অসমীয়া সমাজ সংস্কৃতিৰ অমূল্য অৱদান। ধৰ্মশাস্ত্ৰ সমূহৰ জটিল কথাবোৰ সহজ-সৰল ভাষাত লিখি মেলি বা বুজাই-বঢ়াই বৈষ্ণৱ ধৰ্মৰ ভেটি গঢ়ি তোলাই নহয় সবল আৰু সৰ্বজন গ্ৰহণযোগ্য কৰি তুলিছিল। নৱ বৈষ্ণৱ ধৰ্মৰ সমূহীয়া উপাসনাৰ অৰ্থে গাঁৱে গাঁৱে নামঘৰ প্ৰতিষ্ঠা কৰি তাত নাম-প্ৰসঙ্গৰ উপৰিও ধৰ্মৰ জটিল কথাবোৰৰ সহজ সৰল ব্যাখ্যা শ্ৰীমন্ত শঙ্কৰদেৱে মাধৱদেৱ আৰু অন্যান্য শিষ্যগণৰ সহায়ত ৰাইজৰ আগত দাঙি ধৰাই ধৰ্মীয় উন্নয়নৰ লগতে সমাজ উন্নয়নতো মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। গতিকে সত্ৰৰ ক্ষুদ্ৰ সংস্কৰণ নামঘৰ সমূহেই সমাজ সংগঠনত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। সংগীত নৃত্য-বাদ্য আৰু কৃষি কাৰ্য্য আদিৰ জৰিয়তে মানুহক আপ্লুত কৰি ৰখাৰ কাৰ্য্যতো শিষ্যসকলক উদগণি দিয়াত সেই সময়ত অসম শস্যৰে নদন-বদন হৈছিল। শঙ্কৰ-মাধৱদেৱো এনে শস্য উৎপাদন কাৰ্য্যত নিজে আগভাগ লৈছিল। এনেকৈয়ে নৱ বৈষ্ণৱ ধৰ্মই অসমীয়া জাতিক শৃঙ্খলিত কৰি একত্ৰিত কৰি কৃষি, শিল্প, সাহিত্য আদি সকলো দিশতে এক নৱ জাগৰণ সৃষ্টি কৰি অসম আৰু সমগ্ৰ অসমীয়া জাতিৰেই প্ৰাণ প্ৰতিষ্ঠা কৰি গ'ল। □

# মায়ামৰা সত্ৰ আৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ

মায়ামৰা সত্ৰৰ প্ৰতিস্থাপক আদি গুৰুজনা হ'ল শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ ভূঞা। শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আদি সমগ্ৰ মায়ামৰা সমাজত আদিগুৰু হিচাপে অত্যন্ত শ্ৰদ্ধাৰ আৰু অতি ভক্তিৰেহে তেৰাৰ নাম উচ্চাৰণ কৰা হয়। মায়ামৰা হৈছে কালসংহতিৰ অন্তৰ্গত বিখ্যাত সত্ৰ। কালসংহতি প্ৰতিষ্ঠা কৰিছিল শ্ৰীমন্ত শঙ্কৰদেৱৰ শিষ্য ভবানীপুৰৰ শ্ৰীশ্ৰীগোপালদেৱে। গোপালদেৱে কালসংহতি প্ৰতিষ্ঠাৰে শ্ৰীশ্ৰীশঙ্কৰদেৱ প্ৰৱৰ্ত্তিত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰ কৃতকাৰ্যতাৰে সম্পন্ন কৰিছিল। কালসংহতিৰ মাজত গণতন্ত্ৰ আৰু মানৱীয় সত্বাৰ পয়োভৰ দেখি সেই সময়ৰ উজনি অসমৰ সকলো শ্ৰেণীৰ লোকেই এই সংহতিৰ প্ৰতি আকৃষ্ট হৈছিল। কাল সংহতিৰ ১২খন সত্ৰ আছিল। তাৰে ৬খন সত্ৰ পৰিচালিত হৈছিল শূদ্ৰ বা গোসাঁই সকলৰ দ্বাৰা। এই ১২খন সত্ৰৰ ভিতৰত মায়ামৰা আৰু দিহিং সত্ৰ সকলোতকৈ সম্পদ আৰু শিষ্য সংখ্যাৰ বাবে প্ৰসিদ্ধ আছিল। এই দুয়োখন সত্ৰত উচ্চ-নীচ ভাব, আপোন-পৰ আদি ভিন্নভাৱ নথকাত তাৰ বিপৰীতে মানৱীয় গুণেৰেহে আকৃষ্ট হৈ থকাত হাজাৰ হাজাৰ শিষ্যৰে পাৰাপাৰ হৈ পৰিছিল। দুয়ো সত্ৰই সেই সময়ৰ পিচপৰা জাতি জনজাতিৰ শিষ্যত্ব গ্ৰহণ কৰি আনকি Caste Hindu ব্ৰাহ্মণ, কায়স্থ, কলিতাসকলৰ সৈতেও সমব্যৱহাৰ কৰি সম আসন প্ৰদান কৰিছিল। কালসংহতি পন্থী সত্ৰসমূহৰ মাজত অৱশ্যে প্ৰভেদো আছিল ভিন ভিন ক্ষেত্ৰত। যদিওবা Upper Caste শিষ্যসকলে এই সংহতি অন্তৰ্ভুক্ত অন্যান্য সত্ৰত তেওঁলোকৰ বিয়া বা মৃতকৰ সকাম-নিকামত ব্ৰাহ্মণ লাগিছিল বা ব্ৰাহ্মণ নীতি-নিয়ম (Brahmonical rits) পালন কৰিছিল। কিন্তু তাৰ বিপৰীতে একে সংহতি অন্তৰ্গত মায়ামৰা সত্ৰসমূহত কোনো ব্ৰাহ্মণ পুৰোহিতৰ প্ৰয়োগ কৰা নাছিল। মায়ামৰা সত্ৰৰ কাম-কাজ ভগৱান বা হৰিনাম স্মৰণ কৰিয়েই সম্পন্ন কৰা হৈছিল। দিহিং সত্ৰ স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ (১৭৫১-১৭৬৯) ৰাজকীয় পূৰ্ণ সহযোগেৰে সমৃদ্ধিশালী হৈ পৰিছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাকে আদি কৰি বহু নামি দামী আহোম ডা-ডাঙৰীয়াসকল আছিল এই সত্ৰৰ শিষ্য। তাৰ বিপৰীতে মায়ামৰা সত্ৰই কোনো ৰাজকীয় সহায় সহযোগ অবিহনে কেৱল ৰাইজৰ সক্ৰিয় সহযোগিতাৰেই দিহিং সত্ৰৰ সমানে প্ৰখ্যাত হৈ পৰিছিল। মায়ামৰা সত্ৰৰ

শিষ্যসকল ধৰ্মৰ ক্ষেত্ৰত থকা নিষ্ঠা, আস্থা আৰু পৰম ভক্তিৰ বাবে সুবিখ্যাত আছিল। গুৰুজনাৰ সকলো বাক্য পালন কৰি যোৱাটোৱেই আছিল তেওঁলোকৰ একান্ত ধৰ্মীয় কৰ্তব্য। মোৱামৰীয়া মহন্ত বা গোসাঁইসকল এনেদৰে কেৱল ধৰ্ম গুৰুৱেই নহয় একচ্ছত্ৰী জনপ্ৰিয় সম্ৰাটো (Virtual Sovereign) হৈ পৰিছিল। আৰু গুৰুজনাই নিজ গুণেৰে সকলো শ্ৰেণীৰ শিষ্যসকলক একতা আৰ নিষ্ঠাৰ এনাজৰিৰে যুগ যুগ ধৰি বান্ধি ৰাখিব পাৰিছিল। এই সু-প্ৰসিদ্ধ মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাপক গুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ সম্পৰ্কত আলোচনা কৰিবলৈ হ'লে আমি ১৫৬৮ চনৰ পৰাই আৰম্ভ কৰিব লাগিব। ১৫৬৮ চনত আদ্য গুৰুজনাৰ মহা প্ৰয়ানৰ পাছত মাধৱদেৱ হয় গুৰুজনাৰ সুযোগ্য উত্তৰাধিকাৰী। কিন্তু মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়ানৰ লগে লগে অসমৰ ধৰ্মীয় জগতখনত আচাৰ বিচাৰ সম্পৰ্কীয় নীত-নিয়মৰ ভিত্তিত সৃষ্টি হয় চাৰি সংহতিৰ। ব্ৰহ্ম সংহতি, নিকা সংহতি, পুৰুষ সংহতি আৰু কালসংহতি। পুৰুষ সংহতি প্ৰতিষ্ঠা হ'ল শঙ্কৰদেৱৰ নাতি পুৰোযোত্তম চতুৰ্ভুজ আৰু নাতি বোৱাৰী কনকলতাৰ পৰা। মথুৰা দাস বুঢ়া আতাৰ পৰা হ'ল নিকা সংহতি, দামোদৰদেৱৰ সৃষ্টি হ'ল ব্ৰহ্মসংহতি আৰু কালজাৰ সত্ৰৰ আচাৰ্য্য গোপালদেৱৰ পৰা হ'ল কালসংহতি। কালজাৰ নামৰ ঠাইৰ পৰা গোপাল আতাদেৱে ধৰ্ম প্ৰচাৰ কৰাৰ বাবেই কালসংহতি বুলি কোৱা হয়। কালসংহতিৰ প্ৰতিষ্ঠাপক গোপাল আতাদেৱৰ প্ৰেৰণাতে ১২ খন সত্ৰ স্থাপন হয় আৰু তাৰে ভিতৰত দিহিং, দফলা, আহতগুৰি আৰু মায়ামৰা আছিল উল্লেখযোগ্য। ৭০ বছৰ বয়সত বিশিষ্ট ধৰ্মীয় বৰঙণি আগবঢ়াই গোপাল আতা বৈকুণ্ঠ প্ৰয়াণ হয়।

মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আছিল কালসংহতি থুলৰ প্ৰৱৰ্তক, শ্ৰীশ্ৰীগোপালদেৱৰ অন্যতম প্ৰধান শিষ্য আৰু তেৱেঁই গুৰুজনাৰ শ্ৰেষ্ঠতম ধৰ্মাচাৰ্য্য। কালসংহতি বুৰঞ্জী প্ৰসিদ্ধ মায়ামৰা সত্ৰ প্ৰতিষ্ঠা কৰিছিল মায়ামৰা সমাজৰ আদ্যমূৰ্ত্তি শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰে। এই গুৰুজনাৰ বংশলতা অনুসাৰে অনিৰুদ্ধদেৱৰ জন্মদাতৃ মাতৃৰ নাম আছিল আজলি আৰু পিতৃৰ নাম আছিল গোন্দাগিৰি ভূঞা। অনিৰুদ্ধদেৱৰ জন্মগত নাম হৈছে হৰকণ্ঠগিৰি। অনিৰুদ্ধদেৱৰ পূৰ্বপুৰুষসকল নেপালৰ ৰজা আছিল। যদুবংশতজাত সদাবিন্দ নৃপৰ পুত্ৰ আছিল ভগদত্ত আৰু তেওঁৰ পাছত তেওঁৰ পুত্ৰ হৰিবৰ নেপাল দেশত আছিল যদিও ভগদত্তৰ আন এজন পুত্ৰ ৰামবৰে কিন্তু অসমৰ সৌমাৰ পীঠলৈ আহি বৰভূঞা হিচাপে থাকেহি। এই ৰামবৰৰ পুত্ৰ হ'ল মহীপাল গোমস্থা। মহীপালৰ পুত্ৰ আকৌ তিনিজন। তেওঁলোক হ'ল—বৃহদলপতি, লড়ি দলৈ আৰু গংগাগিৰি। গংগাগিৰিৰ পুত্ৰৰ নাম হৈছে গোন্দাগিৰি আৰু এই গোন্দাগিৰিয়েই শ্ৰীমন্ত শঙ্কৰদেৱৰ খুড়াকৰ জীয়েক আজলি আইক বিয়া কৰাইছিল। এই

গোন্দাগিৰি মধ্যম পুত্ৰজনাই হৈছে মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ। এইজনা মহাপুৰুষৰ জন্ম হয় ১৪৭৫ শকৰ ১৫ বহাগৰ (১৫৫৩ খ্ৰীষ্টৰ ১৫ বহাগ) শুক্লা নৱমী তিথি বৃহস্পতিবাৰ দিনা বৰ্তমান লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ বিষ্ণুবালিকুঞ্চি গ্ৰামত।

এইজনা মহাপুৰুষৰ উপৰিপুৰুষ সম্পৰ্কত চৰিতপুথিত কৈছে—

"যদু বংশে শশবিন্দু নৃপবৰ।
তাহানি সন্ততি ভগদত্ত নৰেশ্বৰ।।
তানুপুত্ৰ হৰিবৰ আৰু ৰামবৰ।
নেপাল দেশত আছিলন্ত নৃপবৰ।।
ৰামবৰ আমি সৌমাৰ উত্তৰত।
বাৰভূঞা নামে পালিলন্ত ৰাজ্য য'ত।।" —চৰিতপুথি

যি কি নহওক সৰুকালৰ হৰকণ্ঠগিৰিয়েই ভৱানীপুৰীয়া গোপালদেৱক গুৰু হিচাপে মান্য কৰি শিক্ষা গ্ৰহণ কৰে আৰু লাহে লাহে হৰকণ্ঠগিৰিও শিষ্যৰ এৰেঁ প্ৰতিভাত মুগ্ধ হৈ অনিৰুদ্ধ নাম প্ৰদান কৰে। শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়ানৰ সময়ত অনিৰুদ্ধদেৱৰ বয়স আছিল ১৬ বছৰ যদিও ৪৫ বছৰ পৰ্য্যন্ত তেওঁ ধৰ্মীয় দিশত বিশেষভাৱে মনোযোগী নাছিল। পাছত মহাপুৰুষীয়া ধৰ্মগুৰু কালজাৰৰ গোপাল আতাৰ গুণত বিমুগ্ধ হৈ চাৰিবছৰ জুৰি তেৰাৰ অধীনত শিক্ষা ১৫২৩ শকত বিষ্ণু বালিকুঞ্চিলৈ ঘূৰি আহি তাত আদৰ্শনীয় সত্ৰ-নামঘৰ স্থাপন কৰি হৰি ভজন নীম-কীৰ্তন কৰে। অনিৰুদ্ধদেৱৰ পাণ্ডিত্য আৰু শাস্ত্ৰ জ্ঞান দেখি মাজুলি আৰু উত্তৰ পাৰৰ বহু লোক আহি তেৰাত শৰণ ল'লে। শঙ্কৰদেৱৰ দৰে তেৰোঁ তেৰাৰ ধৰ্মত কোনো জাতিভেদ নাৰাখিছিল। গুৰুজনাৰ প্ৰথম শিষ্যজনাই হ'ল তেলী নামৰ এজন মুছলমান দৰ্জী। তেলীৰ শৰণীয়া নাম আছিল ধ্যানপতি। এই সত্ৰত অসংখ্য লোকক শৰণ দি তাত ৫ বছৰ কটাই ডফলাৰ উপদ্ৰৱৰ বাবে বিহপুৰীয়া মৌজাৰ মৰণৈৰ কাষত নাহৰ আটি সত্ৰ স্থাপন কৰি তাৰে পৰাই আচলতে পূৰ্ণ প্ৰয়োভৰে ধৰ্ম প্ৰচাৰ চলায়। তাৰোপৰি তাতে তেৰাই কেইবাখনো শাস্ত্ৰ প্ৰণয়ন কৰাৰ উপৰিও অসংখ্য গীত-মাত ৰচনা কৰি অসমীয়া সমাজ সাহিত্যলৈ বিশিষ্ট অৱদান আগবঢ়ায় যায়। গুৰুজনাৰ পাণ্ডিত্যত আকৰ্ষিত হৈ মৰাণ, মটক, বৰাহী, চুতীয়া, আহোম, কছাৰী, কৈৱৰ্ত, কাটনী আদি বহু লোক তেৰাৰ অনুগামী হৈ শিষ্যত্ব গ্ৰহণ কৰে। কেৱল সেয়েই নহয় আনকি ব্ৰাহ্মণ, কলিতা, কায়স্থ আদিৰো একাংশই তেৰাৰ অনুগামী হৈছিল, এনেকৈয়ে নাহৰআটি সত্ৰই তেৰাৰ পূৰ্ণতা আনি দিয়ে য'ৰ পৰা অসমীয়া সমাজে লাভ কৰে অতি উচ্চ স্তৰৰ ৫খন ধৰ্মশাস্ত্ৰ।

চৰিতপুথি মতে—

"প্ৰথমে পঞ্চম স্কন্ধ ভাগৱত খনি।
মূলটিকা ভাঙি পদ কৰিলা বখানি।।
চতুৰ্থ যে স্কন্ধৰ ভাগৱৎ ভিতৰৰ।
পাঁচিশৰ পৰা একত্ৰিচ অধ্যায়ৰ।।
মূল শ্লোক ভাঙি কৰিয়া পথাৰ।
পুৰঞ্জন উপাখ্যান যাৰ নাম সাৰ।।
ভগৱৎ আদি শাস্ত্ৰ সমস্তৰ সাৰ।
আনে গীত শাস্ত্ৰ এক কৰিলা প্ৰচাৰ।।
তাত ছয় গোটা আছে টৌটয় ভটিকা।
ন কুৰি দুই গীত কৈলা সীমা।।
তাহাত কবিত্ব ৰস বিশেষ আছয়।
মহাজনে সবে তাক জানিবা নিশ্চয়।।
আৰু এক ঘোষা ভকতি মঙ্গল ৰচিলা।
সমস্তৰে তাৎপৰ্য্য আনি নিবন্ধিলা।।
আঠশ পাঁচ ঘোষা ভৈলন্ত সম্পূৰ্ণ।
যাক জানি শুনি হোৱে পৰম নিপুণ।।
আৰু এক নিজ শাস্ত্ৰ কৰিলা গ্ৰন্থন।
কথা আৰু শ্লোক সমে অতি বিতুপন।।
এহি মূল বস্তু জানা অত্যান্ত গুপুত।
পৰম ভকত সবে জানে তাৰ তত্ত্ব।।
জীৱৰ কুশল হেতু দেৱ কৃপাময়।
এহি পাঞ্চখানি শাস্ত্ৰ নিবন্ধ আছয়।।"

এতেকে দেখা যায় পঞ্চ স্কন্ধ ভাগবৎখনিয়েই হৈছে অনিৰুদ্ধদেৱৰ প্ৰথম ৰচিত পুথি। ইয়াত ৯০৫ টা পদ আছে আৰু গ্ৰন্থখনি তেৰাই মূল সংস্কৃতৰ পৰা অনুবাদ কৰিছে। চতুৰ্থ স্কন্ধ ভাগৱতৰ অন্তৰ্গত 'পুৰঞ্জন উপাখ্যান' হৈছে তেৰাৰ দ্বিতীয় শাস্ত্ৰ। এই শাস্ত্ৰখনৰ পদ সংখ্যা হ'ল ৫৪৬ টা। বিষয় ভোগ বাসনাত মজি থাকি ঈশ্বৰৰ অংশ জীৱ হৈ ইশ্বৰ বিমুখ হ'লে জীৱৰ কি দশা হ'ব পাৰে তাক ৰূপকৰ দ্বাৰা দেখুৱাইছে। 'পুৰঞ্জন পুৰী বা ভোগবতী নগৰ'। মানৱদেহৰ দুৱাৰ নখন—(১) খদ্যোহা, (২) আৰ্বিমুখী (দুই চক্ষু), (৩) নলিনী, (৪) নালিনী (নাকৰ দুই বিন্ধা), (৫) মুখ্যা (মুখ), (৬) পিতৃতু (সোকান), (৭) দেবাহু (বাওকান), (৮) আসুৰী আৰু (৯) নিম্বৰ্তি (গুহ্যদ্বাৰ)।

অনিৰুদ্ধদেৱে ভাগৱতক মুখ্য কৰি অন্যান্য বৈষ্ণৱ শাস্ত্ৰৰ সাৰ সংগ্ৰহ কৰি ১৮২ টা গীতৰ এখনি গীত শাস্ত্ৰৰ প্ৰণয়ন কৰে। মহাপুৰুষ শঙ্কৰদেৱৰ গীতসমূহক যেনেকৈ বৰগীত বুলি কোৱা হয়। অনিৰুদ্ধদেৱৰ গীতসমূহক কিন্তু কেৱল গীত বুলিহে কোৱা হয়। মহাপুৰুষ শঙ্কৰদেৱৰ আৰ্হিৰে মহাপুৰুষ অনিৰুদ্ধদেৱে ৰচনা কৰিছে 'ভক্তি মঙ্গল ঘোষা'—য'ত ভজন, নমস্কাৰ, শৰণ, গুৰু নিৰ্ণয়, ঈশ্বৰ নিৰ্ণয়, উপদেশ, আত্মৰক্ষা, কৰ্মযোগ, ভকতি, জ্ঞানযোগ ভকতি, ভাগৱৎ প্ৰশংসা, পৰমাৰ্থ সাৰ আদি ৮০৫ টা ঘোষা আছে। মহাপুৰুষজনাৰ উক্ত শাস্ত্ৰখনিয়েই মায়ামৰা সমাজে শ্ৰদ্ধা-ভক্তি সহকাৰে থাপনা আৰু সকাম-নিকাম, নামঘৰত কীৰ্তন কৰি আহিছে। মহাপুৰুষ অনিৰুদ্ধদেৱৰ শেষ ৰচনা আছিল 'নিজ শাস্ত্ৰ'। গদ্য-পদ্য আৰু সংস্কৃত শ্লোকেৰে পূৰ্ণ 'নিজ শাস্ত্ৰ' পৰমাৰ্থক ভকতসকলৰ সাৰবস্তু। নিজ শাস্ত্ৰখনিত গূঢ় ধৰ্মতত্ত্ব আছে আৰু এই শাস্ত্ৰখনিক একমাত্ৰ পৰম ভকত বৈষ্ণৱেহে অধ্যয়ন বা পাঠ কৰিব পাৰে। এই মহান শাস্ত্ৰখন কেৱল ৰাতিহে পাঠ কৰা হয় আৰু মনে মনে শুনিলে কলা হোৱা, অভকতে পঢ়িলে অন্ধ হোৱাৰ অনেক দৃষ্টান্ত থকাত মায়ামৰা ভক্ত সমাজত নিজশাস্ত্ৰৰ মাহাত্ম্য অতি বেছি। নিজশাস্ত্ৰ বিশেষকৈ দেশ কালে অপৰিচ্ছিন্ন সচ্ছিদানন্দ ঈশ্বৰ, সৰ্বব্যাপি সৰ্বদ্ৰষ্টা ভগৱানক তৰিবৰ নবিধ ভক্তি, জ্ঞান-বিজ্ঞান তদ্ধিৎ ৰহস্য, ঈশ্বৰ জীৱভক্ত, মুক্ত জীৱন লক্ষণ, মায়া ইচ্ছা, যোগবিদ আদি ভগৱান বিভিন্ন বিলাস, ভক্তি-ব্যভিচাৰ, গুৰুৰ প্ৰয়োজনীয় আৰু সৎসঙ্গ আদি ভকত বৈষ্ণৱৰ জ্ঞাতব্য আৰু কৰণীয় বিষয়সমূহ গীতা ভাগৱতৰ মূল শ্লোকৰ উদ্ধৃতি আৰু সিবিলাকৰ প্ৰাঞ্জল গদ্য ভাঙনি সহকাৰে উত্থাপন কৰা হৈছে।'' (ড° নোমল গগৈ ঃ মায়ামৰা সম্প্ৰদায়, পৃঃ ৬১)

নিজশাস্ত্ৰ পৱিত্ৰ সেৱা বছৰত এবাৰ মাঘ-ফাগুন মাহত হয়। সেৱাত প্ৰযোজিত হোৱা পিঠাগুৰি, পকামিঠৈ ইত্যাদি দ্ৰব্য যি বিশ্বাস আৰু পৱিত্ৰভাৱে মায়ামৰা ভকতনীয়ে প্ৰস্তুত কৰে তাত তেওঁলোকৰ নিজশাস্ত্ৰৰ প্ৰতি অগাধ ভক্তি তথা ভাৱ প্ৰস্ফুটিত হয়। নিষ্কামভাৱে এইবোৰ কাম নকৰিলে ধৰ্ম দোষ লাগে বুলি মায়ামৰা বিশ্বাস।

এনেদৰেই মহাপুৰুষজনাই অসমীয়া সমাজলৈ বহুমূলীয়া অৱদান দি মুঠ ২৫ বছৰকাল ধৰ্ম প্ৰচাৰ কৰাৰ পাছত ১৫৪৮ শকৰ ১১ পুহ, শুক্লা দশমী তিথি, সোমবাৰে সামান্য জ্বৰতে নাহৰআটি সত্ৰত বৈকুণ্ঠ প্ৰয়ান কৰে আৰু বৈকুণ্ঠ প্ৰয়ানৰ পাছত তেৰাৰ পাৰ্থিৱ দেহ সত্ৰতে ৰখা হয় আৰু সেয়ে নাহৰআটি থান মায়ামৰা ভক্তসকলৰ বাবে পূণ্যস্থান। এই পূণ্যস্থান স্বৰূপ নাহৰআটি থানক মায়ামৰা সমাজে এক আদৰ্শনীয় তীৰ্থস্থানত পৰিণত কৰাৰ চেষ্টা কৰিলে;

গুৰুজনাৰ আদৰ্শক আৰু মহিয়ান কৰি তোলা হ'ব। এই ক্ষেত্ৰত মুছলিম সমাজৰ মক্কা তীৰ্থস্থানৰ আদৰ্শ ল'ব পাৰে। মহাপুৰুষ জনাৰ পুত্ৰ আছিল পাঁচজন। অনিৰুদ্ধদেৱে নিজৰ বৈকুণ্ঠ প্ৰয়ানৰ সময় সমাগত জানি কৃষ্ণদেৱক তেৰাৰ উত্তৰাধিকাৰী সত্ৰাধিকাৰ পাতি গৈছিল। কৃষ্ণদেৱে অনিৰুদ্ধদেৱৰ বৈকুণ্ঠ প্ৰয়ানৰ পিছত অৱশ্যে সত্ৰ স্থানান্তৰিত কৰে। শঙ্কৰদেৱৰ ধৰ্মতো একেশ্বৰবাদ আৰু ভক্তি দুটা বিদ্যমান। অনিৰুদ্ধদেৱে ভক্তিমঙ্গলত কৈছে—

"কৃষ্ণ ব্যতিৰেকে আৰু কৰ্তা নাহি আন।
ঈশ্বৰেহে জানিবাহা সৃষ্টিৰ নিদান।।
জীৱৰ কুশল সাধিবাক লাগি।
আন মূৰ্তি যোগ্য নয়।
এতেকে মহন্তসকলে কৃষ্ণক আৰাধ্য বুলিয়া কয়।।"

(গীতগৌৰী ঃ অনিৰুদ্ধদেৱ)

গতিকে দেখা যায় যে শঙ্কৰদেৱৰ দৰে অনিৰুদ্ধদেৱো একেশ্বৰবাদী। 'আন মত দেৱ ধৰ্ম তীৰ্থ ব্ৰত।" আদিও অনিৰুদ্ধদেৱৰ অনিহা আহিল। গতিকে মায়ামৰা মহন্তৰ শিষ্যসকলে কোনো তীৰ্থ ভ্ৰমণ, ব্ৰত পালন আদিত বিশ্বাস নকৰে। ই এক বৈশিষ্ট্যপূৰ্ণ বিচিত্ৰতা।

ভক্তি মংগলত অনিৰুদ্ধদেৱে কৈছে ঃ

"ঐশ্বৰ্য্য ভোগৰ মতে ঈশ্বৰক নভজিয়া
পৰম অধৰ্ম পাপী জন।
ক্ষুদ্ৰ দেৱতাক পূজি মৰম দোষত পৰি
তাত পৰে নাহিকে অজ্ঞান।।"

অৰ্থাৎ ঐশ্বৰ্য্য ভোগত পৰি সি মানুহে ঈশ্বৰক পাহৰি দেৱ-দেৱীত ভজে তেনে লোক অধৰ্ম পাপীজন; তেনেলোকৰ জীৱৰ মুক্তি নহয়। শঙ্কৰদেৱৰ দৰে অনিৰুদ্ধদেৱে ভগৱানৰ মাহাত্ম্যক বৰ্ণনা কৰিছে এনেদৰে ঃ

"যেনে বৃক্ষমূলে জল ঢালে কোনো জন।
স্কন্ধ ডাল পত্ৰ পুষ্প হোৱে সচেতন।।
গোৰাত নিদিয়া জল দেই কোনো আগে।
গুৰিয়ে নাপায়ে তাক আগতো নালাগে।
মাধৱক পূজিলে সবাৰে পূজা হোৱে।
পৃথক পূজাৰে দেৱ ঈশ্বৰো নাপাৱে।।"

(পুৰঞ্জন উপাখ্যান ঃ অনিৰুদ্ধদেৱ)

অৰ্থাৎ গছৰ গুৰিত পানী নিদি ডাল পাতত দিয়াতো যেনেকৈ অৰ্থহীন ঠিক তেনেকৈ পূজা নকৰি অন্য দেৱ-দেৱীক পূজা কৰাটোও তেনেই অৰ্থহীন। আকৌ—

হৰি ভকতিক এৰি যিটো জনে
আন পুৰুষাৰ্থ কৰে।
নাও এৰি কুবুদ্ধি মনুষ্য
জলত ডুবিয়া মৰে।।

(ভক্তিমঙ্গল ঃ অনিৰুদ্ধদেৱ)

শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ যে এজন কেৱল ধৰ্ম প্ৰচাৰকেই আছিল এনে নহয়, তেওঁৰ সংস্কৃত ভাষাতো অগাধ দখল আছিল। অন্যান্য শাস্ত্ৰত থকা সংস্কৃত শোকসমূহৰ যি কাব্যিক অনুবাদ তেওঁ কৰিছিল সি সদায়েই বিদগ্ধ পণ্ডিতৰ পক্ষেহে সম্ভৱপৰ। যেনেকৈ—

"শৈলে শৈলে ন মণিকাং সৌক্তিক
ন গজে গজে।
সাধবো নহি সৰ্বত্ৰ চন্দ্ৰনো ন বনে বনে।"

ওপৰৰ মূল সংস্কৃত শ্লোকৰ কাব্যিক অনুবাদ এনেধৰণৰ ঃ

ছবি ঃ "সৰ্বজনে নুহিকে চন্দন।
গজহস্তী যেন মুক্তামণি জ্ঞাত নোহে।
সবে লোক নোহে সাধুজন।"

দুলড়ী ঃ যেন কল্পতৰু সবাতো সমান
মাগোতাই পাই ফল,
কাকো হিংষা দ্বেষ নাহিকে মনত
ন বাঞ্চে আত্ম কুশল।
পৰোহিত সাধি যাকে নিত
সেৱা অনুৰূপে জানি,
হেনয় জনক উপাশা কৰিয়া
ভক্তি খোজে যিটো প্ৰাণী।
অন্য এ প্ৰকাৰে বিষম কৰায়ে
দেৱতা সবৰ মন।
মহন্ত সকলে ভক্তি মাত্ৰ গ্ৰাহ্য
নকৰে আন গ্ৰহণ।

অগ্নি, চন্দ্ৰ, সূৰ্য্য, নক্ষত্ৰ সকল
পৃথিৱী আৰু আকাশ
আত্মপৰ ভেদ বুদ্ধিতে যিহেতু
নকৰে পাপ বিনাশ।
মহন্তসকলে ধৰ্মৰত পালে
আত্মা সম দেখে যাক
মুহূৰ্ত্ত সেৱাই জগত নিস্তাৰে
এতেকে তাসমাজক।

চমুকৈ ব্যাখ্যা কৰিলে—যেনেকৈ সকলো পৰ্বতত মাণিক আৰু সকলো হাবিত চন্দন নাথাকে তেনেকৈ সকলো সাধুজন নহয়। যেনেকৈ কল্পতৰুৱে কাৰো প্ৰতি হিংসা, দ্বেষ নাৰাখি সকলোকে সমান ফল দিয়ে ঠিক তেনেকৈ সাধুজনত হৰিভক্তি মাগিলেও জাতি-অজাতি নিবিচাৰি সাধুজনে বিনামূল্যাতে ভক্তিদান কৰে মূল্যদান কৰিব বিচাৰিলে বৰঞ্চ তেনে লোকে মনত আঘাত পায়। অগ্নি, সূৰ্য্য, চন্দ্ৰ, নক্ষত্ৰ, পৃথিৱী, আকাশ আদিৰ যেনেকৈ আপোন-পৰ নাই সকলোকে সমানে উপকৃত কৰে; তেনেকৈয়ে প্ৰকৃত সাধুজনে অতি কম সময়ৰ ভিতৰতে বিনাস্বাৰ্থে দান কৰি জীৱৰ উপকাৰ কৰে। অনিৰুদ্ধদেৱে গুৰু গৃহলৈ যোৱাৰ আগতেই যে সংস্কৃতত এগৰাকী পণ্ডিত আছিল তাৰো উদাহৰণ আছে। যদিও হৰকণ্ঠ গিৰিয়ে ঘৰতে শাস্ত্ৰ ভাগৱত চৰ্চা কৰি অভিজ্ঞ হৈছিল তথাপিতো গুৰুবিহীন শিক্ষা অৰ্থহীন ভাবি ভৱানীপুৰৰ গোপাল আতাক গুৰু হিচাপে মান্য কৰি তেৰাৰ সত্ৰত উপস্থিত হৈ দৰ্শন প্ৰাৰ্থনা কৰি এই শ্লোকটি গাইছিল ঃ

গিৰৌ কলাপী গমনে পয়োদা।
লক্ষান্তৰে ভাৰ্নুজুলেচ পদ্মং।।
দ্বিলক্ষ ইন্দুঃ কুমুদস্য বন্ধু।
যে সম্য মিত্ৰং নহি তস্য দূৰম।" (গীঃ ৰাগ/পলোৱাৰ)

গোপাল খোনাৰ প্ৰভু দেহ দৰিশন।
মহন্তক নেদেখি নৰহে জীৱন।। ধ্ৰুং
খং মধ্যে বলাহকেঁ গৰ্জে যেতিখান।
শৈলাগ্ৰে বৰিহা নৃত্য কৰে তেতিক্ষণ।। ১
লক্ষ যোজনৰ উৰ্দ্ধে মাৰ্তণ্ড উদয়।
নীৰত নীৰজ বিকশিত হুৱা যায়।। ২

যেবে অস্তাঙ্গত মূল ভৈলা তেতিক্ষণ
পুষ্পৰ গোষ্ঠীৰ মাৰি মিলে যেতিক্ষণ।। ৩
দুক্ষ লক্ষ ওপৰত ইন্দু প্ৰকাশয়।
অধত কুমুদ গোষ্ঠী প্ৰফুল্লিত হয়।। ৪
ইন্দুৰ নিৰ্মাণে কুমুদৰ প্ৰাণ হৰে।
কাকো কেৱে নেদেখিলে তিলকতে মৰে।।
নিকট বিদুৰ হোৱে বিদূৰ নিকট।
সুহৃদ ভাৱনা হৈসে দেখে হৃদয়ত।। ৬
এতেকে যিজন অতি হোৱে বিচক্ষণ।
বিহীনে সুহৃদ সুখ নধৰে জীৱন।। ৭
কহে হৰকণ্ঠ মূঢ় পৰম অমৰ।
দেখা দিয়া দামোদৰ কৰোহোঁ কাতৰ।। ৮
(অনিৰুদ্ধদেৱ চৰিত পৃষ্ঠা ১৪-১৫)

এনে সুললিত কণ্ঠৰ গীতে গোপালদেৱক হৰকণ্ঠগিৰিৰ প্ৰতি অতি আকৰ্ষিত কৰি তুলিছিল আৰু সময়ত হৰকণ্ঠগিৰি তেৰাৰ অতি প্ৰিয় শিষ্য হৈ পৰিছিল। কেৱল সেয়েই নহয় গুৰুজনাই হৰকণ্ঠগিৰিক 'অনিৰুদ্ধ' নামেৰে বিভূষিত কৰিছিল আৰু গোপালদেৱে মাধৱদেৱৰ পৰা পোৱা ধৰ্ম শাস্ত্ৰখনি অনিৰুদ্ধদেৱক অৰ্পণ কৰে।

"শ্ৰীমন্ত শঙ্কৰ যিবা শাস্ত্ৰখানি।
আগে মাধৱক দিল আচাৰ্য্য বখানি।।
মাধৱ গুৰুৱে দিলা মোক সেহি শাস্ত্ৰ।
তুমি বিনে ই শাস্ত্ৰৰ আছে কোন পাত্ৰ।।
এতেকে তোমাক আমি সেহি শাস্ত্ৰ দিলো।
আজি হন্তে তোমাক আচাৰ্য্য পাতিলো।।—চৰিতপুথি

গুৰুপদত শাস্ত্ৰখনি লৈ গৃহলৈ গৈ পোন প্ৰথমেই অকলশৰীয়া পিতৃ-মাতৃক শাস্ত্ৰত সেৱা কৰাই শৰণীয়া কৰাৰ উপৰিও তেৰাই নগাৰ নৰোমত্তম, যৱনৰ চান্দসাই, গাৰোৰ গোবিন্দক শিষ্যত্ব দি জাতিভেদ প্ৰথাক দূৰতে বিদুৰ কৰি শত সহস্ৰজনক ধৰ্মীয় আওতালৈ আনি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। ড° সৃষ্টিধৰ দত্তই তেখেতৰ এক প্ৰবন্ধত লিখিছে— মুঠতে আজিৰ যুগত যিবিলাক জাতি-উপজাতি, পিচপৰা নিপীড়িত জাতি, জনজাতি ৰূপে পৰিচিত সেইসকলক শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ মায়ামৰা সত্ৰই

উদাৰচিত্তে বুকুত সাৱটি লৈছিল। এইদৰে মায়ামৰা সত্ৰ কেইখন মুষ্টিমেয় সত্ৰৰ এখন যিদৰে পিচপৰা জাতি-উপজাতিক বৈষ্ণৱ ধৰ্মলৈ আকৰ্ষণ কৰাৰ একচেতীয়া কৃতিত্বৰ দাবী কৰিব পাৰে। শঙ্কৰ-মাধৱৰ পিছতে এইদৰে জাতি-উপজাতিক একতাৰ দোলেৰে বান্ধি মহান অসমীয়া জাতি গঠনৰ কঠিন প্ৰচেষ্টাক বাস্তৱত ৰূপায়ন কৰাত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ অৱদান আমি অসীম শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সোঁৱৰা উচিত।" মায়ামৰা সমাজে শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱক আজিও আদ্যমূৰ্ত্তী (The Primary Image) বুলি শ্ৰদ্ধা সহকাৰে মানি সমাজ নিকাম চলায়। মায়ামৰা সত্ৰসমূহত মূৰ্ত্তি অথবা মূৰ্ত্তি পূজা নাথাকে। নামঘৰ সমূহতো মণিকূট নাথাকে কিন্তু শাস্ত্ৰ থাপনা কৰিবৰ বাবে ধৰ্মঘৰ থাকে। নামঘৰসমূহো প্ৰায় মুকলি ঘৰ য'ত কোনো আঁৰ-বেৰ নাথাকে। মায়ামৰা সত্ৰ সমাজত ভাওনাৰ প্ৰচলন নাই বুলিলেও হয়; ঠিক তেনেকৈ ৰাসলীলাক গুৰুত্ব দিয়া নহয় কিন্তু মৃদংগৰ যোগে গায়ন-বায়নৰ প্ৰচলন আছে। মায়ামৰা সম্প্ৰদায়ৰ মাজত বহু সত্ৰ আছে যদিও ডিব্ৰুগড় জিলাৰ দিনজয়, গড়পাৰা, মদাৰখাট, টিপুক সত্ৰ (তিনিচুকীয়া জিলা) ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ। দিনজয় সত্ৰকে আদি কৰি অন্যান্য সত্ৰকেইখন আছে যদিও টিপুক সত্ৰ বৰ্তমানে অস্তিত্ব সংকটাপূৰ্ণ অৱস্থাত। মায়ামৰা সমাজে এনে এটা ঐতিহ্যপূৰ্ণ সত্ৰ পুনঃ প্ৰতিষ্ঠাৰ কাম আৰম্ভ কৰি সত্ৰটো পুনৰ ধৰ্মৰ এক চৰ্চ্চাক্ষেত্ৰ কৰি তুলিব পাৰে। অনিৰুদ্ধদেৱ আৰু তেৰাৰ উত্তৰাধিকাৰীগণৰ শিষ্যৰ সংখ্যা সমগ্ৰ অসমতে ১৫ লাখমান হ'ব আৰু তাৰেই অধিকাংশ থাকে ডিব্ৰুগড়, তিনিচুকীয়া, শিৱসাগৰ, লক্ষীমপুৰ, দৰং জিলা আৰু অৰুণাচলৰ লোহিত জিলাত। মায়ামৰীয়া ধৰ্মীয় অনুষ্ঠানত আদিগুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ গীতৰ উপৰিও মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, গোপালদেৱ, হৰিৰামদেৱ, নিত্যানন্দদেৱে ৰচনা কৰা গীতবোৰ গোৱা হয়। মায়ামৰীয়া গায়ন-বায়নৰ সাজপাৰ হৈছে মূৰত বগা বৰণৰ পাগুৰি, দেহত হাতদীঘল কপাহী চোলা, ককালৰপৰা ভৰিৰ গোৰোহালৈ বৈ পৰা 'জামা' ককালত ফুলাম টঙালী আৰু দুই বাউসীৰ ওপৰেদি ওলোমাই লোৱা হয় চাদৰ। অৱশ্যে কেৱল, পাগুৰি, বগা ধূতি আৰু এখন চেলেং চাদৰ পৰিধান কৰিও গায়ন বায়ন গোৱা হয় জামা—টঙালীৰ বা জামা টঙালীৰ অবিহনে। অনিৰুদ্ধ পন্থী মায়ামৰীয়াসকলৰ গায়ন-বায়ন কেৱল প্ৰত্যক্ষ দৃষ্টিৰেহে হৃদয়গম কৰিব পাৰি উপৰোৱাকৈ বৰ্ণোৱা সম্ভৱ নহয়। □

# কালসংহতি আৰু অনিৰুদ্ধদেৱৰ সম্পৰ্কত অনান্য আলোচনা

কালসংহতিৰ প্ৰৱৰ্তকসকলৰ মাজত প্ৰবাদ আছে যে মহাপুৰুষ শঙ্কৰদেৱে এবাৰ সদলবলে ব্ৰহ্মপুত্ৰ নদী পাৰ হওঁতে হঠাৎ বতাহ, বৰষুণ ভীষণ ৰূপত অহাত গোপালদেৱে ইষ্ট দেৱতাক স্মৰণ কৰিবলৈ ধৰিলে। তাকে মহাপুৰুষ শঙ্কৰদেৱ ভীষণ ৰূপত অসন্তুষ্ট হ'ল আৰু সেই অপৰাধত গোপালদেৱক নাৱৰ পৰা নমাই দিয়াৰ আজ্ঞা কৰিলে। গোপালদেৱে তেতিয়া ইষ্টদেৱতাক স্মৰণ কৰাত ওচৰতে এখন নাও (বলুকা) আহি পোৱাত তাতে উঠি পাৰ পোৱাৰ পাছতেই নিৰ্গুণ, জীৱমুক্ত শৰণ মাৰ্গ অন্তৰত প্ৰৱলতৰ হৈ পৰিল আৰু নাৰায়ণী মন্ত্ৰও লাভ কৰিলে। এনে গুণ সম্পন্ন হৈ তেৰাই বিনা বাধাই পাচৰ কালত ধৰ্ম আচৰণ কৰি গৈছিল।

কালসংহতিৰ নীতি-নিয়ম স্বতন্ত্ৰীয়া য'ত স্বাধীন চিন্তা, ৰীতি-নীতি, আচাৰ-বিচাৰ প্ৰৱৰ্তনৰ ক্ষমতা দেখা যায়। অন্যহাতে কালসংহতিৰ সত্ৰ সমূহৰ মাজত নীতি-নিয়মৰ ক্ষেত্ৰত থকা পাৰ্থক্য উল্লেখনীয়। প্ৰত্যেক সত্ৰতে নিজৰ অধিকাৰ সকলে প্ৰচলন কৰা গীত-মাত, আচাৰ-বিচাৰহে প্ৰযোজ্য হয়। মহন্ত ভকত সকলোৱে একেলগে আসন প্ৰসাদ গ্ৰহণ কৰে। এই সংহতিৰ কীৰ্তন ঘৰবোৰ উত্তৰ -দক্ষিণকৈ সজা হয় আনবোৰ সাধাৰণতে পূৱা-পশ্চিমকৈ সজা হয়। শৰণ লবৰ সময়ত শিষ্যসকলে নিভৃত স্থানত মহন্তৰ কৃপাত চতুৰ্ভূজ মূৰ্ত্তি দশন কৰে। কালসংহতিৰ ভকতে মহন্তক মহাপুৰুষ বোলে। মহন্তৰ লোকান্তৰক 'নাট সামৰা' বোলা হয়। অইন এটা বিশেষত্ব হৈছে ইয়াত থাকে গুৰুৰ প্ৰতি শিষ্যসকলৰ অচলা ভক্তি আৰু সামাজিক ধৰ্মীয় বিষয়ত গুৰু-ভকতৰ মাজত ঐক্যভাৱ। এই সংহতিৰ পৰা বাঢ়ি যোৱা ঠালৰ নাম হৈছে পূৰ্নধৰীয়া বা বৰখেনীয়া সম্প্ৰদায়। বৰখেনীয়া ভকতৰ মতে এই ঠালৰো প্ৰতিস্থাপক আতা হৈছে শ্ৰীশ্ৰীগোপালদেৱ। অৱশ্যে এই লৈ মতান্তৰো আছে। যি কি নহওক কালসংহতিৰ শিষ্যই গুৰুক আনি নানা খাদ্য সম্ভাৰ (গুৰ-গাখীৰ ইত্যাদি) আনি উপহাৰ দিব। তেতিয়া গুৰুৱে সুধিব—সজনে? শিষ্যই ক'ব 'সজ'। তাৰ পাছত গুৰুৱে প্ৰসাদ আনি সকলোকে দিয়াৰ আদেশ কৰিব—একেলগে নিজেও খাব। অৱশ্যে প্ৰত্যেক সত্ৰতে নিজৰ সুবিধা আৰু ৰুচি অনুযায়ী এনে কাৰ্য্য সমাধা কৰা

হয়। কালসংহতিত আছে শৰণ-ভজন, শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা সহজ-সৰলভাৱে কাৰ্য্য পৰিচালিত হয়। এনে সংহতিৰে অন্তৰ্গত মায়ামৰা সত্ৰ প্ৰতিস্থাপক শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ আছিল এজন পৰম বৈষ্ণৱ শিক্ষিত পুৰুষ। গোপাল আতাৰ প্ৰিয় শিষ্য অনিৰুদ্ধদেৱে গুৰুজনাৰ পৰা ধাতু তাম্ৰাক্ষৰী বা 'কল্পতৰু পুথি' লাভ কৰি বহুতো অসাধ্য সাধন কৰিব পাৰিছিল। আনকি এই পুথিৰ সহায়েৰে অনিৰুদ্ধদেৱে 'মধুমতীমায়া' নিৰ্বাণ কৰিব পৰা ক্ষমতা পাইছিল। সেই ক্ষমতাৰ বলেৰে অনিৰুদ্ধদেৱে চুখামফা খুৰা ৰজাদেৱৰ ৰাজচ'ৰাত মাটিৰ কলহৰ পৰা মায়া সৰ্প উলিয়াই আকৌ তাৰেপৰা মায়াসৰ্প নোহোৱা কৰিছিল। তাৰোপৰি মহান সিদ্ধ পুৰুষ অনিৰুদ্ধদেৱে যোগৰ বলেৰে নানা দৈৱিক কাৰ্য্য কৰি দেখুৱাত হাজাৰ জনক মন্ত্ৰ বিমুগ্ধ কৰি ৰাখিব পাৰিছিল। মহাপুৰুষ অনিৰুদ্ধদেৱ সম্পৰ্কে ভূঞাসকলৰ বৃত্তান্ত থকা আদি চৰিতত উল্লেখিত ঘটনাটি এনেধৰণৰ ঃ সেই পুথিৰ মতে অনিৰুদ্ধদেৱে মহাপুৰুষ শঙ্কৰদেৱৰ ধাতু তাম্ৰাক্ষৰী অৰ্থাৎ তামৰ পাতত লিখা পুথিখনিৰ বিদ্যা আয়ত্ব কৰিছিল। এবাৰ শঙ্কৰদেৱে অনিৰুদ্ধদেৱে আদি কৰি অন্যান্য মহাপুৰুষজনৰ সৈতে ব্ৰহ্মপুত্ৰই দি উজাই দি থাকোতে মেঘ অন্ধকাৰচ্ছন্ন হৈ পৰিল। বিজুলী-ঢেৰেকনী, বতাহ-বৰষুণ সকলো নাৱৰীয়াকে বিপদগ্ৰস্থ কৰি তুলিলে। অনিৰুদ্ধদেৱে তেতিয়া নিশ্চিত বিপদৰ পৰা ৰক্ষা পাবৰ বাবে মন্ত্ৰ উচ্চাৰণেৰে মেঘদেৱ বৃষ্টিৰ ঈশ্বৰ তুতি কৰাত বতাহ-বৰষুণ শান্ত হ'ল। মেঘৰ নিনাদ নাইকীয়া হৈ বতৰ ফৰকাল হ'ল। তাকে দেখি অনিৰুদ্ধদেৱৰ মুখত হাঁহি বিৰিঙিল কিন্তু গুৰু শঙ্কৰদেৱে দেৱ তুতিত অসন্তুষ্ট হৈ অনিৰুদ্ধদেৱক গভীৰ পানীৰ মাজতে নাৱৰ পৰা নামি যোৱাৰ আজ্ঞা দিলে। অনিৰুদ্ধদেৱৰ তেতিয়া কল্পতৰু পুথিৰ মন্ত্ৰৰ সহায়েৰে হঠাৎ নাও সৃষ্টি কৰি পাৰৰফালে আহি থাকিল। শঙ্কৰদেৱে কিছু সময়ৰ পাছত নিজে এই কাৰ্য্যৰ বাবে অনুতপ্ত হৈ উভতাই আনিবলৈ পঠালে মাধৱদেৱ আৰু যদুমণিদেৱে অন্য এখন নাৱেৰে আহি অনিৰুদ্ধদেৱক লগ কৰি পুনৰ ওভটি যাবলৈ অনুৰোধ জনোৱাত গুৰুজনাই ক'লে—

> "সম্পূৰ্ণ নৌকাৰে বৈঠা বাইবেক শঙ্কৰ,
> অন্য বঠা বাই মই তৰিবো সংহাৰ।।"

তেতিয়া মাধৱদেৱ আৰু যদুমণিদেৱে গৈ অনিৰুদ্ধদেৱৰ এই কথাখিনি কোৱাত শঙ্কৰদেৱে আজিৰে পৰা বংশচ্ছেদ হৈছে বুলি ঘোষণা কৰিলে। পাছত অনিৰুদ্ধদেৱে বহুতো কৈবৰ্ত্তক শিষ্য কৰি কামৰূপত কিছুদিন থাকি তাৰ পাছত উজাই গৈ টেঙ্গাপানী নদীৰ কাষত হোলোঙ্গাগুৰীত সত্ৰ পাতি অগনন লোকক ধৰ্মীয় দীক্ষা দান কৰিবলৈ ধৰিলে। গোপালদেৱৰ লগত অনিৰুদ্ধদেৱৰ সম্পৰ্ক

ছেদ হ'ল—তাৰো ব্যাখ্যা আছে। সেইমতে এবাৰ গোপালদেৱে অনিৰুদ্ধদেৱৰ সত্ৰ চাবলৈ অহাত—অনিৰুদ্ধদেৱে আথে-বেথে গুৰুজনাক মাটিমাহ আৰু শুকান মাছ সহিত আহাৰ খাবলৈ অনুৰুধে জনালে। গোপালদেৱে অনিৰুদ্ধদেৱৰ অনুৰুধ মতে আহাৰ গ্ৰহণ কৰিবলৈ গ'ল। আহাৰত থকা আঞ্জাখন কিহেৰে তৈয়াৰ কৰিছে বুলি সোধাত অনিৰুদ্ধদেৱে শুকান মাছৰ আঞ্জা বুলি কোৱাত গুৰুদেৱে তৎমুহূৰ্ত্ততে আহাৰ ত্যাগ কৰি বাহিৰলৈ আহি পেট উগাৰি দি খোৱা খাদ্য বাহিৰ কৰি—ঈশ্বৰ গুৰু পুৰুষৰ নাম লৈ শুদ্ধ পুৰুষ হ'ল। এই ঘটনাৰ পৰাই গোপালদেৱো অনিৰুদ্ধদেৱৰ সৈতে সকলো সম্পৰ্ক ছেদ কৰে।

যি কি নহওক মহান শুদ্ধ পুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱে নাহৰআটিত স্থায়ী সত্ৰ পাতি ১৫৪৮ শকৰ পুহ মাহৰ শুক্লা দশমী তিথিত বৈকুণ্ঠগামী হ'ল। পাছত তেৰাৰ শিষ্য ভকত সন্তানসকলে খুটিয়া পোতা, বৰভেটি, মাজুলীৰ গড়মূৰ আৰু শেষত চাবুৱাৰ দিনজয় সত্ৰত সত্ৰ স্থাপন কৰে। বৰ্তমান মায়ামৰা চাৰিখন প্ৰধান সত্ৰ হ'ল দিনজয় পুৰণিমাটি, মদাৰখাট আৰু গড়পাৰা। চাবুৱাত দিনজয় সত্ৰ প্ৰতিষ্ঠা কৰে ভক্তানন্দদেৱে ১৭৫৯ শকত। মায়ামৰাৰ মূলসত্ৰ তেতিয়াৰে পৰাই এই ঠাইতে জয় জয়কাৰ হিচাপে জিলিকি আছে। □

# মায়ামৰা সত্ৰ সংস্থাপক অনিৰুদ্ধদেবৰ বিৱৰণ—"আদি চৰিতপুথিত"

মহাপুৰুষ মাধবদেবৰ ভনিতাদি লিখা আদি চৰিতপুথিৰ পৰা তলৰ বিৱৰণী বিলাক উদ্ধৃতি সহকাৰে ৰাইজৰ জ্ঞাতাৰ্থে দিয়া হ'ল।

মাধব বদতি শুনা সাধু সমস্তয়।
বৰদোৱা থানে প্ৰভু শঙ্কৰ আছয়।।
চাৰিদিনা থাকি প্ৰভু শ্ৰীমন্ত শঙ্কৰ।
লগত লৈলন্ত ভক্তগণ নিৰন্তৰ।।
ৰত্নপুৰ আসাম দেখিবে মন কৰি।
ভক্ত সমে চলি গৈলা শঙ্কৰ শ্ৰীহৰি।।
লগে নাহি তাম্ৰক্ষৰী শাস্ত্ৰমন দুখে।
মহাদুখ কৰিয়া চলন্ত পূৰ্ব মুখে।।
নৌকাত চড়িয়া গৈলা জগত ঈশ্বৰ।
আমি আদি কৰি সৈবে গৈলা নিৰন্তৰ।।
গোপাল যে দামোদৰ আনো ভক্ত যত।
সমস্তে চলিয়া গৈল প্ৰভুৰ লগত।।
ফাল্গুন মাসৰ বেলা তৃতীয় প্ৰহৰ।
সেহি বেলা অন্ধকাৰ ভৈল নিৰন্তৰ।।
প্ৰচণ্ড বতাহ ভৈল মেঘৰ গৰ্জন।
বিজুলী চমক দেখি ভয়ে ভীত মন।।
পৰে পৰে হুই আছে জলধাৰ।
তথাপি চলিয়া যায় শ্ৰীমন্ত শঙ্কৰ।।
লগে চলি যায় অসংখ্যাত ভক্তগণ।
গুৰু সঙ্গে চলে কৰি কৃষ্ণৰ কীৰ্তন।।
সেহি বেলা অনিৰুদ্ধ পোদ্দাৰ কুমাৰ।
আকাশক চাই কৰিলন্ত কৰযোৰ।।
প্ৰণামোহো মেঘদেব বৃষ্টিৰ ঈশ্বৰ।
নৌকাত আসিয়া আছে শ্ৰীমন্ত শঙ্কৰ।।

তাৰে সঙ্গে অসিয়াছে আনো ভক্তগণ
গুৰু সমে ৰক্ষা কৰা সবাৰো জীৱন।।
এহি বুলি তাম্ৰাক্ষৰী শাস্ত্ৰৰ বীজক।
মনত সঙ্কল্প অনিৰুদ্ধে চিন্তিলেক।।
হেন শুনি প্ৰসন্ন ভৈলেক মেঘগান।
নাহিকে বিজুলী বাত বৃষ্টি বৰষণ।।
মাধৱ বদতি শুনা সাধু নিৰন্তৰ।
অনন্তৰে বচনক বুলিলা শঙ্কৰ।।
আমাৰ কথাক আদৰ শুৰা ভক্তগণ।।
কেনে অযুগুত হেনু বচন বুলিলা।
বৃষ্টিৰ ভয়ত মেঘ দেৱক পাথিলা।।
দেৱ ভক্ত মোৰ লগে যাইবে যুগ্য নুই।
এহি বুলি কথা পাছে সবাতো পুছই।।
শুনিয়া আছন্ত ভক্তগণ নিৰন্তৰ।
প্ৰণাম কৰিয়া কহে বিপ্ৰ দামোদৰ।।
দামোদৰ বোলে প্ৰভু শুনিয়া বচন।
তযু বংশে জন্ম অনিৰুদ্ধ মহাজন।।
তেহো বুলিলন্ত ইটো অযুগুত বাণী।
যেহেন যুগুত হয় কহিয়ো আপুনি।।
হেন শুনি গুৰুৰ মনত ভৈলা ক্ৰোধে।
ওচৰক মাতিয়া আনিলা অনিৰুদ্ধ।।
শঙ্কৰ বদতি অনিৰুদ্ধ শুনা তুমি।
একসহে সমস্তে আসিলো তুমি আমি।।
কি কাৰণে দেৱ তুমি কৰিলা আপুনি।
হেন শুনি গৰ্বে অনিৰুদ্ধে বোলে বাণী।।
মই দেৱ বুলি কৈলো কি ভৈল তোমাৰ।
মোৰ ইচ্ছা তুতি কৈলো জানিবা শঙ্কৰ।।
এহি বুলি অনিৰুদ্ধ নিমাতে ৰহিলা।
হেন শুনি গুৰু পাছে বচন বুলিলা।।
শঙ্কৰ বদতি অনিৰুদ্ধ শুনা বাণী।
আমাৰ নৌকাৰ হস্তে নামিয়ো আপুনি।।

যৈতে ইচ্ছা তৈতে যাবা দেৱ পূজিবাক।
তুমি হেন দেৱভক্ত নালাগে আমাক।।
শঙ্কৰৰ হেন বাণী শুনি অনিৰুদ্ধ।
নৌকা হৈতে জলত নামিলা মহাক্রোধে।।
কল্পতৰু বীজমন্ত্র সুমৰি মনত।
মহা গৰ্বে নামিলেক লোহিত মধ্যত।।
মন্ত্রবলে লোহিতে বলুকা পেলাই দিলা।
অগাঢ় সমুদ্র জল আঁঠু নামে বৈলা।।
থিয় দিয়া অনিৰুদ্ধ জলমাঝে আছে।
দেখি ভক্ত সমস্তে বিস্ময় ভৈলা পাছে।।
নৌকা মেলি তৈৰ হস্তে গুৰু চলি গৈলা।
বৃষ্টিৰ অন্তৰে গৈ নৌকাক ৰাখিলা।।
মোহোক চাহিয়া গুৰু বুলিলা বচন।
আমাৰ বংশৰ অনিৰুদ্ধ একজন।।
আমাৰ লগত তেহোঁ আসিয়া আছিল।
মহা গৰ্ব কৰি তেহো জলত নামিল।।
তথাপি তাহাক পুনু আনিবে লাগয়।
শীঘ্রে গৈয়া মাধৱ তাহাক অনা যায়।।
তুমি যদুমান যাহা নৌকা এক লই।
অনিৰুদ্ধ মহন্তক মাতি আনা গই।।
অনেক প্রবোধ বাক্য বুলিয়া আনিবা।
তথাপিতো নাহে যদি তাহাক সুবিধা।।
কহিবা মাধৱ তান আগত শুনাই।
তোমাক শঙ্কৰে এৰি গৈলা ইটো ঠাই।।
জীলা কি মাৰিলা তুমি কহিয়োক কথা।
মৰিলো বুলিলে বলে আনিবাহা হেথা।।
জীলো বোলে যদি নানিবাহা দুয়োজন।
তাহাক আনিবে কিছু নাহি প্রয়োজন।।
কতো বেলি প্রবেশিলো অনিৰুদ্ধ কাছে।
দেখিলোহো অনিৰুদ্ধ ৰঙ্গে বহি আছে।।
আমি দুয়ো যে তাক বুলিলা বুজাই।
তোমাক নিবাক দিলা আমাক পঠাই।।

নৌকাত উঠিয়ো অনিৰুদ্ধ মন ৰঙ্গে।
গুৰুৰ সমীপে চলা তুমি আম সঙ্গে।।
হেন শুনি পোন্দা পুত্রে ক্রোধ কৰি বৰ।
আমি সাম শঙ্কৰক নিন্দিলা বিস্তৰ।।
তথাপি বুলিলো আমি প্রবোধ বচন।
পুনু সুধিলোহো কথা আমি দুয়োজন।।
গুৰু এৰি গৈলে তুমি এঠাত থাকিলা।
কহিয়োক ভূঞা পুত্র জীলা কি মৰিলা।।
এহি কথা তোমাত সুধিলো দুয়োজনে।
হেন শুনি পোন্দা পুত্রে বোলা কোপমানে।।
অনিৰুদ্ধ বোলে শুনিয়োক দুয়োজনে।
জল মাজে শঙ্কৰে এৰিলে কোপমান।।
নমৰিয়া জীয়াই আছো জলৰ মাজতে।
কি কাৰণে মৰিবো শঙ্কৰে এৰিলতে।।
শঙ্কৰে নৌকাত চৰি গৈলন্ত উজাই।
জলমধ্যে অনিৰুদ্ধ আছো ইটো ঠাই।।
সম্পূর্ণ নৌকাৰে বৈঠা বাইবেক শঙ্কৰ।
অন্য বৈঠা বাই মই গুচিবো সাগৰ।।
এহি মতে বুলিলেক নানা গর্ব বাইক।
নাখাইবো শঙ্কৰ পাশে নকৈবা আমাক।।
হেন শুনি আমি তৈৰ হন্তে চলি গৈলো।
এহি সর্ব কথা গৈয়া গুৰুক কহিলো।।
অনিৰুদ্ধ যত কথা কৈলা আমাসত।
সমস্ত কহিলো কথা গুৰুৰ আগত।।
হেন শুনি গুৰু পাছে বুলিলন্ত বাণী।
অনিৰুদ্ধ চুৰি কৰি নিলে শাস্ত্ৰখানি।।
কল্পতৰু শাস্ত্ৰখনি নামে তাম্রাক্ষৰ।
এই শাস্ত্র পায়া লাগ এৰিলে আমাৰ।।
অনিৰুদ্ধ তাক পাউক আমাক ন পাউক।
হেন জানি সর্বজনে শুনা মোৰ বাক।।
অনিৰুদ্ধে সম যিটো আলাপ কৰয়।
জাতি ভ্ৰষ্ট হৈয়া মোক ন পাৱয়।।

তান আজ্ঞাকাৰী যিটো লোকচয়।
তাহাৰ সহিতে যিটো আলাপ কৰয়।।
সিটো জনে কদাচিতো ন পাইবে আমাক।
যিটো জনে তাৰ মুখে ভক্তি লভিবেক।।
তাৰ লগে ভক্তি কৰি আমাক ন পাইব।
ইষ্ট মিত্ৰ লোক তাৰ যত শিষ্য হইব।।
সেহি সবে মোৰ লগ না পাইবে নিশ্চয়।
সত্যে সত্যে কৈলো শুনা সাধু সমস্তয়।।
শাস্ত্ৰ চুৰি গৰ্বে এৰিলা আমাৰ।
কি কাৰণে সৰ্বজনে বুলিলে মটক।।
আৰু পৃথিবীত যত ৰজা প্ৰজা হৈব।
অনিৰুদ্ধ ধৰ্মে সবে বৈৰতা চিন্তিব।।
আমি অনিৰুদ্ধ এক বংশে উৎপতি।
মাধব সহিতে আমি ভূঞাৰ সন্ততি।।
সবাকো এৰিয়া অনিৰুদ্ধ অন্তৰিল।
সূৰ্য্য পৃথিবীয়ে যেন অন্তৰ্গত ভৈল।।
এক বংশে আজি হন্তে দুই বংশ ভৈলা।
এহি বুলি গুৰু এক তৃণ তুলি লৈলা।।
শঙ্কৰ বদতি সাক্ষী হৈলা ভক্তগণ।
পৃথিবীয়ে সাক্ষি আৰু স্বৰ্গে দেৱগণ।।
অনিৰুদ্ধ সঙ্গে আজি বংশ ছেদ ভৈল।
এহিবুলি গুৰু তৃণ দুইখণ্ড কৈল।।
হেন দেখি জয়ভাৱ কৰে ভক্তগণ।
নৌকা মেলি গৈলা গুৰু উজানক মন।।
কতিপয় দিন গৈয়া ৰত্নপুৰ পাইলা।
ভক্ত সাম গুৰু যাই লক্ষ্মীপুৰে বৈলা।।
লোহিত জলত অনিৰুদ্ধ উঠিলেক।
অনেক কৈবৰ্তগণ ভকত ভৈলেক।।
দক্ষিণ লোহিত তীৰ পশ্চিমক গৈলা।
কতোক্ষণে গৈয়া কামৰূপ ৰাজ্য পাইলা।
পূৰ্বে সৈতে আহিল শাস্ত্ৰ তাম্ৰাক্ষৰী।
তৈৰ পৰা আনিলেক মহাৰঙ্গ কৰি।।

কামৰূপ চড়ি সবে সৌমাৰ গৈলেক।
কত দিন গৈয়া পাছে সৌমাৰ পাইলেক।।
সৌমাৰৰ পৃষ্ঠ পূৰ্ব উত্তৰ মধ্যত।
টেঙাপানী নদী তীৰে হোলোঙা গুৰিত।।
উত্তৰে বহন্ত তীৰ্থৰাজ ব্ৰহ্মপুত্ৰ।
তাত গৈয়া পাতিলেক অনিৰুদ্ধ সত্ৰ।
অনিৰুদ্ধ গৃহ সব মধ্যত কৰিল।
চতুৰ্দ্দিশে গৃহ সাজি প্ৰজাগণ ৰৈল।।
অনন্তৰে অনিৰুদ্ধ ধাতু শাস্ত্ৰ লই।
ধ্যানত বসিয়া বীজমন্ত্ৰ উচ্চাৰই।।
মন্ত্ৰবলে সত্য হয় তাহাৰ বচন।
হেন দেখি ভৈলা সৱে আনন্দিত মন।।
প্ৰথমে ভজিল সঙ্গে যোৱা প্ৰজা যত।
তাত পাছে ভজিলেক গ্ৰামৰ সমস্ত।।
এহিমতে অনিৰুদ্ধ তৈতে ৰহিলন্ত।
প্ৰজাৰ মুখত পাছে ৰাজা শুনিলন্ত।।
অদ্ভুদ কথা শুনি সৌমাৰ ৰাজন।
সমদলে গৈলা ৰাজা অনিৰুদ্ধ ঠান।
চুচুংফা ৰজায়ে অনিৰুদ্ধ গৃহ পাইল।
শুনিয়োক তাত পাছে যেন কথা ভৈল।।
অনিৰুদ্ধ ধৰ্ম ৰাজা বুজিবাক মনে।
কুম্ভ মধ্যে এক বস্তু ভৰাইলা যতনে।।
কুম্ভ মুখ বান্ধি পাছে প্ৰবন্ধে আনিল।
সভা মধ্যে ধৰ্ম থাপি পাছে কুম্ভ থইল।।
অনন্তৰে ৰক্ষা অনিৰুদ্ধক মাতিলা।
সভামধ্যে ৰাজা পাছে বচন বুলিলা।।
নৃপতি বদতি অনিৰুদ্ধ শুনা বাণী।
এহি কুম্ভ মধ্যে কিবা বস্তু আছে আনি।।
কহিয়ো কুম্ভৰ মধ্যে কিবা বস্তু আছে।
যদি তুমি কহিবা পাৰাহা সাঞ্চে সাঞ্চে।।
তেবে তযু ধৰ্ম সত্য হৈব জনো মনে।
তোমাক মানিবে গুৰু মোৰ প্ৰজাগণে।।

যেবে ইটো কথা নাপাহৰা কহিবাক।
দণ্ড কৰি দেশ হন্তে খেদিবো তোমাক।।
এহি বুলি ৰাজা মৌন হুৱা ৰহিলেক।
বীজমন্ত্ৰ স্মৰি অনিৰুদ্ধ বুলিলেক।।
শুনিয়ো নৃপতি মই কহো স্বৰূপত।
এক গোটা ফেটী গোম আছয় তথাত।।
সত্য বাক্য কৈলো মই জানো নৰেশ্বৰ।
হেন শুনি বুলিলন্ত সৌমাৰ ঈশ্বৰ।।
যদি কুম্ভ মধ্যে সৰ্প বেকত হোৱয়।
যত কথা কহা তুমি সবে সত্য হয়।।
অন্য যদি কৈবা বস্তু কুম্ভ মধ্যে হয়।
তোমাক কৰিব দণ্ড নাহিকে সংশয়।
এহি বুলি সভাৰ মধ্যত নৰেশ্বৰ।
দূত হাতে বস্ত্ৰখান গুচাইলা কুম্ভৰ।।
মুখৰ বস্ত্ৰক দূতে গুচাইলা যেখন।
কুম্ভ হন্তে সৰ্পগোট ওলাইল তেখন।।
ফেটীগোম নামে সৰ্প দেখি ভয় ভীত।
প্ৰজাগণো ভৈলা ত্ৰাস ৰাজাও মূৰ্চ্ছিত।।
ৰাখা ৰাখা সৰ্প বুলি নৃপতি কহয়।
তুমি সন্ত হোৱা মই জানিলো নিশ্চয়।।
তযু বাক্যে সত্য ভৈল দেখিলো এখন।
তোমাক আনোক গুৰু মোৰ প্ৰজাগণ।।
নৃপতিৰ হেন বাক্য অনিৰুদ্ধ শুনি।
কুম্ভ চুই সৰ্প নাশ কৰিলা আপুনি।।
.....................................................
মায়া সৰ্প গুচাইলেক ৰাজাৰ আগত।
সিকাৰণে মায়ামৰা নাম ভৈল সত্ৰ।।

"আদি চৰিত" পুথিত অনিৰুদ্ধদেৱৰ বিৱৰণ তেনেদৰেই পোৱা যায়। অৱশ্যে আদি চৰিতপুথিখন সম্পৰ্কেও যথেষ্ঠ বাক-বিতণ্ডা পণ্ডিতসকলৰ মাজত নথকা নহয়। উক্ত সম্বন্ধে পণ্ডিতসকলে অধিক গৱেষণা কৰাৰ থল আছে। ☐

# শ্ৰীশ্ৰীনিত্যানন্দ দেৱ

মায়ামৰা জনসমাজত শ্ৰীশ্ৰীনিত্যানন্দদেৱৰ গুৰুত্ব অপৰিসীম। সৰুতে অতি চঞ্চল মতিৰ এই গুৰুজনাই কিন্তু কালক্ৰমত এগৰাকী অতি দৃঢ় মনৰ অধিকাৰী হৈ এই গুৰুজনাই জনসমাজক বিশেষভাৱে উদ্বেলিত কৰি আহিছিল। মায়ামৰা সম্প্ৰদায়ৰ তৃতীয় অধিকাৰ শ্ৰীশ্ৰীহৰিৰামদেৱৰ মৃত্যুৰ পাছত ভায়েক নিত্যানন্দদেৱে খুটিয়াপোটা সত্ৰৰ অধিকাৰী হয়। শ্ৰীশ্ৰীনিত্যানন্দদেৱ মায়ামৰা সম্প্ৰদায়ৰ আদি গুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ আদি গুৰু শ্ৰীশ্ৰীকৃষ্ণদেৱৰ দ্বিতীয় পুত্ৰ আৰু মায়ামৰা সত্ৰৰ চতুৰ্থ অধিকাৰ। নিত্যানন্দদেৱে লৰালি কালত অতি চঞ্চলমতি থকাত পঢ়া-শুনাত মনোযোগ দিয়া নাছিল বৰঞ্চ সত্ৰৰ পদুলিত লগৰীয়াৰে সৈতে খেলা-ধূলা কৰিয়েই ভাল পাইছিল। এদিনাখন এজন ভকতে গুৰুক দিবলৈ বুলি অনা পকা কল থোকাৰ পৰা এটি কল থাপ মাৰি লৈ যোৱাত ভকতজনে খঙৰ ভমকত গালি দি ক'লে 'খাগুাবসে চৈৰ ইটো বাসক দৈবন্ত।' কটা খন্তাৰ আগত যোৱা। কৃষ্ণদেৱে এই কাম দেখি এই লৰাই তেৰায়ে পুত্ৰ বুলি জনোৱাত ভকতজনে তেৰাৰ ওচৰত ক্ষমা ভিক্ষা বিচাৰিছিল কৃষ্ণদেৱে ক'লে—

> "কোন কালে ভাঙ্গ আছে বাক্য ভকতৰ।  
> এহি হেতু কৃষ্ণদেৱে ভক্তবাক্য মানি।।  
> নিজ পুত্ৰ বধ হৈবে বুলিলন্ত বাণী।।"

গুৰুজনাৰ প্ৰতি ভকতৰ যি অকৃত্ৰিম শ্ৰদ্ধা আছিল গুৰুজনাৰো আছিল ভকতৰ প্ৰতি তেনে শ্ৰদ্ধা।

সেয়েহে কৃষ্ণদেৱৰ সত্ৰত শিষ্য ভকতে ভৰপূৰ হৈ অতি শৃঙ্খল আৰু কায়মনোবাক্যে ধৰ্ম চৰ্চ্চাত মগ্ন আছিল। নিত্যানন্দদেৱ যদিও চঞ্চল মতি আছিল তথাপিতো তেখেত আছিল অতি প্ৰখৰ, চোকা বুদ্ধি লোক। সেয়েহে এদিন ভকত সকলে ল'ৰাজনক মাতি ধৰ্ম কাৰ্য্যত মতি আনিবৰ বাবে ভাগৱতৰ আগত বহুৱাই দিছিল; কিন্তু তেওঁ সকলোকে আচৰিত কৰি সলসলিয়াকৈ ভাগৱতৰ পাঠৰ অৰ্থ ব্যাখ্যা কৰিছিল। কেৱল সেয়ে নহয়, এবাৰ হেনু তেৰাই সত্ৰীয়া বৈষ্ণৱ সকলক নিজৰ যোগবলত বৈকুণ্ঠ দেখুৱাইছিল। সি যি কি নহওক সৰুতে অঘাইটং ধৰণৰ এই বৈষ্ণৱী ল'ৰাজনে কালক্ৰমত এজন বিদগ্ধ পণ্ডিত হয় আৰু খুটিয়াপোতা সত্ৰৰ অধিকাৰ হৈ অতি কমসময়ৰ ভিতৰতে প্ৰসিদ্ধি লভে। নিত্যানন্দদেৱে অধিকাৰ হোৱাৰ পাছত সত্ৰ শিষ্য ভকতৰ মহাপয়োভৰ ঘটে

আৰু এখন লেখত ল'ৰলগীয়া সত্ৰত পৰিণত কৰি মানসিক বলেৰে বলীয়ান হৈ বাহ্যিক ঐশ্বৰ্য্যক তৃণ সম জ্ঞান কৰি সেই সময়ৰ ৰাজশক্তিক অকণো গুৰুত্ব দিয়া নাছিল। বৰঞ্চ তেৰো যে তুংখুঙীয়া ঘৰৰহে সমান অৰ্থাৎ ৰজাতকৈ যে কোনো গুণে হীন নহয় তাক কাৰ্য্য আৰু গুণাৱলীৰে প্ৰমাণ কৰিছিল। সি কি নহওক তেৰাই ছয় বছৰ জুৰি ধৰ্ম প্ৰচাৰ কৰি যাওতে ৰাজশক্তিৰ লগত নানা সংঘাট হৈছিল কিন্তু তাৰ মাজতো তত্বপূৰ্ণ অমূল্য গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। ভক্তি মংগল ঘোষা অমূল্য শাস্ত্ৰত নশ বাষষ্ঠিতা পদ আছে। গীত শাস্ত্ৰ য'ত দুটি টৌটয় আৰু দুটি ভটিমা সহ আঠকুৰি গীত, সতী চৰিত্ৰ, মৎস্য চৰিত্ৰ, মাৰিচ বধ, অংকীয়া নাট আৰু শ্ৰীমদ্ভাগৱতৰ পৰা দশম স্কন্ধৰ মূল টীকা ভাঙি পদ ৰচনা কৰা হৈছে।

"কৃষ্ণ গুণ যশতত্ত্ব কৰিয়া বিচাৰ।
ছয়খনি শাস্ত্ৰ কৰিলন্ত চমৎকাৰ।।
ভক্তি মংগল ঘোষা এক বিৰচিলা।
নৱশত বাসষ্ঠি যে পদ নিৰূপিলা।।
আঠ কুৰি গীতে এক গীত শাস্ত্ৰ কৈলা।
চতুৰ্থ স্কন্ধৰ দুই অধ্যায়ৰ হন্তে।।
ছয় অধ্যায়ত সতী চৰিত্ৰ প্ৰবন্ধে।
পদবন্ধে আৰু মৎস্য চৰিত ৰচিলা।।
অষ্টমৰ শেষাধ্যায়ৰ কথা নিবন্ধিলা।
মূল টীকা ভাঙি পদ কৈলা দহশৰ।।
নিখিলা নাটক অঙ্ক বধ মাৰিচৰ।
এহি ছয় শাস্ত্ৰ কৰিলন্ত অতি সাৰ।।
যাক পাই ভকতৰ আনন্দ অপাৰ। (চৰিতপুথি ৫৪ খৃঃ)

নিত্যানন্দৰ ন শ বাষষ্ঠিতা পদ থকা অমূল্য গ্ৰন্থখনত ঈশ্বৰ নিৰ্ণয়, কৰ্মজ্ঞান, ভক্তিযুগ, যুগ ধৰ্ম আদি ভালেমান তত্ত্বগধুৰ বিষয়ৰ সৰস ব্যাখ্যা আছে। নিত্যানন্দদেৱে যে পূৰ্ব্বৱতী আচাৰ্য্য শঙ্কৰ-মাধৱ গোপালদেৱৰ ধৰ্মীয় দীক্ষা গ্ৰহণ কৰিছে তাক ব্যাখ্যা কৰিছে এনেদৰে—

"শঙ্কৰ মাধৱ হৰি গোপাল স্বৰূপ ধৰি।
অনিৰুদ্ধ কৃষ্ণ হৰি ৰাম।।
নামেসে পৃথক কৰি বিচাৰত এক হৰি।
পূৰিলা ভক্তৰ মনং কাম।।" (ভক্তিমংগল নিত্যানন্দ)

গুৰুজনাৰ মৎস্য চৰিত্ৰ অষ্টম স্কন্ধ ভাগৱতৰ শেষ অধ্যায়ৰ কাহিনী ৩০৭ টা পদত সন্নিবিষ্ট কৰা হৈছে। সতী চৰিত্ৰত দশকন্যা সতীৰ আত্মত্যাগৰ কাহিনী ছন্দ ব্যৱহাৰ কৰি ভাগৱত স্কন্ধ দ্বিতীয়ৰ পৰা সপ্তম অধ্যায়ৰ কাহিনীক ৩৩১টা পদত পূৰ্ণ কৰিছে। তেনেকৈ দশম স্কন্ধৰ ভাওনি আৰু মাৰিচ বধ অঙ্কীয়া নাটখনিত প্ৰণয়ন কৰি লগতে আগতে উল্লেখ কৰা মতে দুটা টোটয় আৰু ভটিমাৰে আঠকুৰি গীত ৰচনাৰে অসমীয়া ভাষাত ৰচনা কৰি বৈষ্ণৱ যুগত গীতি সাহিত্য চহকী কৰি গৈছে। নিত্যানন্দদেৱ ৰচিত উক্ত গ্ৰন্থসমূহৰ ভাব-ভাষা অতি উচ্চ স্তৰৰ বাবে ভক্তসকলৰ অগাধ বিশ্বাস আৰু ভক্তি। সেয়েহে ভকত আৰু তেৰাৰ অগণন শিষ্যই শাস্ত্ৰসমূহক নীতি নিয়মৰ মাজেৰে সততে সমীহ কৰি চলে। নিত্যানন্দদেৱৰ শুদ্ধ সত্ব গুণত আনকি স্বৰ্গদেউ বুদ্ধিনাৰায়ণ (প্ৰতাপসিংহ ১৬০৩-১৬৪১ খ্ৰীঃ) আকৰ্ষিত নোহোৱাকৈ থকা নাছিল আৰু সেয়ে এবাৰ ৰজাৰ নিমন্ত্ৰণত গুৰুজনাই সভক্তে নৌকাযোগে দিখৌৰ ঘাটলৈ আহি নাও চপাই ব্ৰজে ৰাজকাৰেং পালেগৈ আৰু ৰজাইও তেৰাৰ সৈতে বিভিন্ন আলোচনাৰ অন্তত আনন্দমনে বিদায় দিছিল।

স্বৰ্গদেউ চুচেংফা বা প্ৰতাপসিংহৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ চুৰামফা বা ভগা ৰজা ১৬৪১ খৃষ্টাব্দত আহোম ৰাজপাট আৰোহণ কৰে। চুৰামফা দেউতাকৰ দৰে দূৰদৃষ্টিসম্পন্ন লোক নাছিল বাবেদেশত ভালেমান অন্যায় উপদ্ৰৱ হৈছিল। অৱশেষত চুৰামফাৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি ডাঙৰীয়াসকলে তেওঁক ৰজা ভাঙি চুত্যিউফা কোঁৱৰক ৰজা পাতে। তেওঁক ৰজা ভাঙিছিল কাৰণে 'ভগা ৰজা' বুলিও কোৱা হয়। এওঁৰ দিনত মায়ামৰা সত্ৰ ধনজন সকলো ফালৰ পৰা জয়জয় ময়ময় অৱস্থা। এদিন স্বৰ্গদেউৱে ৰাজকাৰেং কাঁহ পৰি জীন যোৱাৰ কাৰণ মায়ামৰা সত্ৰত বৰকীৰ্তন বুলি জানিব পাৰে। আৰু ৰজাই তাত মনে মনে ক্ষুব্ধ হৈ উঠে। যি কি নহওক স্বৰ্গদেৱে তেওঁৰ পিতৃদেৱৰ শ্ৰাদ্ধত উপস্থিত থাকিবৰ বাবে নিত্যানন্দ অধিকাৰ দেৱক আমন্ত্ৰণ জনালে। ৰাজ আমন্ত্ৰণ গ্ৰহণ কৰি শ্ৰীশ্ৰীনিত্যানন্দদেৱে অজস্ৰ শিষ্যবৃন্দৰে সৈতে ৰাজপ্ৰসাদলৈ গৈছিল। নিত্যানন্দদেৱৰ শিষ্যই আছিল তৎসম। শ্ৰাদ্ধত যথেষ্ট ৰাতি হোৱাত দহ বাৰটাকৈ ৰাজভঁৰালৰ পৰা জোৰৰ যোগান ধৰা হৈছিল; কিন্তু নিত্যানন্দদেৱৰ লগত জোৰ দিয়া হৈছিল বাৰকুৰিটা— ভৰালীৰ নিৰ্দেশমতে। অন্যহাতে ৰজাঘৰৰ নিময়মতে কেৱল স্বৰ্গদেৱেহে শটা জোৰ লগাই যাব পাৰে আনে নোৱাৰে। সেয়েহে ৰজাঘৰীয়া নিয়মমতে নিত্যানন্দদেৱৰ লগত বাৰকুৰিটা জোৰ লগাই যোৱাতো নীতি বিৰুদ্ধ কিন্তু তথাপি ভৰালী বৰুৱাই বাৰ কুৰিটা জোৰ লগাই যোৱাৰ সুবিধা কৰি দিয়াৰ অন্তৰালত কাৰণ একেবাৰে নথকা নহয়।

শ্ৰীশ্ৰীনিত্যানন্দদেৱৰ 'সূৰ্য্যাকান্তি' নামৰ এটি দিপ্‌লিপ্ কন্যা আছিল। ভূএগ্ৰা বংশৰ বেলদলৈ আহিছিল আহোম ৰজাৰ ভড়ালী। এই ভড়ালীজনে তেওঁৰ পুতেকলৈ কন্যা প্ৰাৰ্থনা কৰাত শ্ৰীশ্ৰীনিত্যানন্দদেৱে ৰাজবিষয়ালৈ ছোৱালী নিদিও বুলি কোৱাত ভড়ালীয়ে তাৰ প্ৰতিশোধ ল'বলৈ ছল বিচাৰি আছিল। সেয়ে বেলদলৈ ভাণ্ডাৰী বৰুৱাই স্বৰ্গদেউক কাৰেঙৰ ওপৰৰ পৰা অধিকাৰদেৱে দিখৌৱেদি ভটিয়াই যোৱা দেখুৱাত স্বৰ্গদেৱে ক্ৰোধান্বিত হৈ ক'লে 'মোৰ দিনত ইয়াক দমাব নোৱাৰিলে ক্ৰমে ই উঠি ডাঠ হৈহে যাব, দমনৰো এই ফালহে ভাল। ইয়াৰ মোতকৈ অধিক বিভূতি বাবে গৰ্ব হ'ল। মুঠে মহাজনৰ ল'ৰা এটা তাৰ শিষ্য অধিক হ'ল বুলি মোৰ আগত এনে বিবৃতি দেখাই যায়। মোৰ ইন্দ্ৰ বংশীয় ৰজাৰ ঘৰৰেহে সি সমান বুলি ভাৱে।' ৰজাই চাওদাং বৰুৱাক ঘোঁৰা চোৱাৰ লগত দি দিখৌ নৈৰ কুঁজিবালি ঘাটত অধিকাৰদেৱক হত্যা কৰাৰ আদেশ দিয়াত চাওদাং বৰুৱাই তেৰাক ঘূৰাই আনি কুঁজিবালি ঘাটলৈ লৈ গ'ল। চাওদাং বৰুৱাৰ তেনে কাৰ্য্যত তেওঁ অলপো ভয় নাখালে বৰঞ্চ ৰজায়ো এনে অবিচাৰৰ ফল হাতে হাতে পাব বুলি কৈ তেৰাৰ শিষ্যসকলক এনে কাৰ্য্যৰ নিমিত্তে অলপো অধৈৰ্য্য নহ'বলৈ কৈ কুঁজিবালি ঘাটৰ ফালে আগবাঢ়িলে। কিন্তু তেৰাৰ পাছত ধৰ্মাসন কোনে অলংকৃত কৰিব তাক জানিবৰ বাবে মৰাকান্ধ নামৰ এজন ভকতে কুঁজিবালি ঘাটৰ কাষত বৰশী বোৱাৰ ভাও লৈ ৰ'লগৈ। চাওদাং বৰুৱাই সৈন্য সামন্তৰে মাজত অধিকাৰদেৱক লৈ যোৱাত কথা-বতৰা হোৱাৰ সুবিধা কৰিব নোৱাৰি ভকতজনে ইঙ্গিতেৰে তেৰাক উদ্দেশ্যি ক'লে—

> "একো মাছ নুখুটিলে, খুটিলে কানিপুথি।
> কানুই বৰশি বাই ছেৱাৰ মূঢ়াত উঠি।।
> লৈ যোৱা নে থৈ যোৱা।"

এইবুলি কোৱাত শ্ৰীশ্ৰীনিত্যানন্দদেৱে মূৰ তুলি চাই উত্তৰ দিলে—'জানা মৰাকান্ধ জয় জয় শবদ'। বুলি কৰা সংকেতেৰে তেৰাই জয়ৰামদেৱক ধৰ্মাসনৰ উত্তৰাধিকাৰী মনোনীত কৰি গ'ল। কুঁজিবালি ঘাট পাই চাউদাং বৰুৱাক গাত হাত নিদিবলৈ কৈ আঁৰ কাপোৰ তৰি যোগাসনত বহি তেৰাই বৈকুণ্ঠ প্ৰয়ান হয়। পাছত চাওদাং বৰুৱাই ৰাজ আজ্ঞা পালানাৰ্থে 'খান্দাৰে' আঘাট কৰি শবটো নৈত পেলাই দিলে। চাওদাং বৰুৱা আৰু অন্যান্যসকল যোৱাৰ পাছত ভকতসকলে মাছমৰীয়া ভাও জুৰি শবটো নাৱত তুলি ভটিয়াই গৈ কাঠপাৰ গাঁৱৰ বৰকাঠৰ ঘৰৰ সাত কোঠলীয়া ভঁৰালৰ ভিতৰত চিতা বনাই ঘৰটো জুই লগাই দিলে। অন্য মানুহে আহিলে ৰজাই কেনেবাকৈ গম পাব পাৰে বুলি ভাবি

ভকতসকলে বৰ সর্তকতা অৱলম্বন কৰিছিল আৰু সেয়েহে ঘৰত জুই লগাই বস্তু বাহানি য'তে ত'তে পেলাইছো, গতিকে নাহিবা।" বুলি ৰজাৰ শপত দিয়াত কোনো নাহিল এনে গোপনীয়ভাৱেই ভকতসকলে তেওঁলোকৰ পূজনীয় গুৰুজনাক কাঠ সংস্কাৰ কাৰ্য্য সম্পন্ন কৰিলে। উক্ত কাঠ সংস্কাৰ স্থানতে এটি ডিমৰুপুলি গজি লহপহকৈ ডাঙৰ হ'ল। ৰজাৰ মাউতে হাতী চৰাবলৈ আনি এৰাবাৰীত ডিমৰু পুলিটো খোৱাৰ লগে লগে হাতীয়ে মাউতে সেই ঠাইতে তেজ বমি কৰি মৰিল। এই ঘটনাই সকলোকে আচৰিত কৰি তুলিলে আৰু সম্ভেদ পোৱা গ'ল যে এই স্থানতে নিত্যানন্দদেৱৰ গোপন কাঠ সংস্কাৰ কৰা হৈছিল। পাছত ৰজাই গুৰুৰ মাহাত্ম্য জানি এবিঘামান আগুৰি গড় মৰাই দিলে। সেয়েই শ্রীশ্রীনিত্যানন্দদেৱৰ পৱিত্র স্থান। □

# মায়ামৰা সমাজৰ
# বিভিন্ন নৃত্য আৰু কলা

মায়ামৰা সমাজৰ এক সুকীয়া ঐতিহ্য আৰু পৰম্পৰা সকলোৰে বাবে এক লক্ষণীয় কথা। মায়ামৰা সত্ৰ সমাজৰ মাজত নৃত্য-গীতৰ প্ৰচলনক সাধাৰণতে গায়ন-বায়ন বুলি জনাজাত। ধৰ্মীয় আচাৰ-অনুষ্ঠানত 'ভাওনা'ৰ বিশেষ প্ৰভাব নাই বুলি ক'লেও বঢ়াই কোৱা নহয়। মায়ামৰা সত্ৰৰ উল্লেখনীয় সংযোজন হ'ল শ্ৰীনিত্যানন্দদেৱ ৰচিত মাৰিচ বধ। উজনি নামনিৰ কেইখন সত্ৰৰে গায়ন-বায়নৰ নৃত্য-গীতৰ ৰীতি একে বাবে এখন সত্ৰৰ গায়নে অন্য এখন গায়ন-বায়নৰ সৈতে অংশ ল'বলৈ বিশেষ অসুবিধা নাপায়। পদ, হাত চালনাও হোৱা এই নৃত্য প্ৰণালী যিদৰে বিচিত্ৰ, সাজসজ্জা, অলঙ্কাৰ আদি বিষয়টো এক বেলেগ বিচিত্ৰতা আছে। শিৰঃকৰ্ম, গতিবেগ, গ্ৰীবাকৰ্ম আদি বিভিন্ন আঙ্গিক অভিনয় আদিও নৃত্যত পৰিলক্ষিত হয়।

মহাপুৰুষীয়া ধৰ্মৰ মূল স্বৰূপেই হ'ল—ভক্তিৰস। জনসাধাৰণক ভক্তিৰসত আপ্লুত কৰি তুলিবলৈকে বিভিন্ন ভক্তিভাৱাপন্ন গীত-মাত, কাব্য আদি ৰচনা কৰা হৈছিল আৰু তাৰ প্ৰচাৰৰো ব্যৱস্থা কৰা হৈছিল। মায়ামৰা সমাজৰ 'গায়ন-বায়ন'তো আচলতে তেনে এক উদ্দেশ্যই নিৰ্হিত হৈ আছে। মায়ামৰা সমাজৰ, গুৰু তিথি, ৰাজহুৱা সবাহ, গৃহস্থালী সবাহ, আদিত গায়ন-বায়ন কৰাটো প্ৰায় ক্ষেত্ৰত অপৰিহাৰ্য্য হৈ পৰে। ক্ষেত্ৰ বিশেষে কিঞ্চিৎ তাৰতম্য হোৱা কথাটো এক বেলেগ কথা। উদ্দেশ্য কিন্তু একেই ভগৱন্তৰ গুণ নাম আৰু তাৰ মাজেদি ভগৱানৰ স্বৰূপ উপলব্ধি কৰোৱা। গায়ন-বায়ন পৰিৱেশন কৰা হয় ওজাপালি আৰু বায়নৰ সহযোগেৰে গীত, ৰাগ-তাল-মানৰ লয়-লাখেৰে। আপুসকলৰ মতে ওজা—ব্ৰহ্মা, পালি হৈছে—পালন কৰোতা বিষ্ণু আৰু বায়ন হৈছে—সংহাৰী শিৱৰ প্ৰতীক স্বৰূপ। গায়ন-বায়নত অংশ লোৱাটো একেবাৰে সহজ কথা নহয়। অৱশ্যে গায়ন-বায়নৰ শিক্ষা গাঁৱে-গাঁৱে নামঘৰত দিয়াটো প্ৰচলন আছে।

গায়ন-বায়নত প্ৰচলিত হোৱা মায়ামৰা সমাজৰ গীতসমূহ সাধাৰণতে মায়ামৰা সমাজৰ আদি গুৰুৱ দ্বাৰা ৰচিত। অনিৰুদ্ধদেৱ, শ্ৰীনিত্যনন্দদেৱৰ কাপৰ পৰা ওলোৱা গীত-ৰাগসমূহে সাধাৰণতে মায়ামৰা সমাজৰ প্ৰাধান্য লাভ

কৰিছে। অনিৰুদ্ধদেৱৰ মুঠ ৰচিত গীত হ'ল—১২৮ টি আৰু নিত্যানন্দদেৱৰ ৰচিত গীত হ'ল ১৬০ টি, হৰিৰামদেৱৰ ১৬৮ টি গীতো আছে। শঙ্কৰ-মাধৱৰ ব্যৱহাৰিত ৰাগসমূহেই গুৰু কেইজনাই ব্যৱহাৰ অৱশ্যে কৰিছে। গুৰু কেইজনে ব্যৱহাৰ কৰা মুঠ ৰাগৰ সংখ্যা কিমান সেয়া অৱশ্যে এতিয়াও খাটাং কৰিব পৰা নাই যদিও গুৰু অনিৰুদ্ধদেৱে ৬ ৰাগ, ৩৬ ৰাগিনী ব্যৱহাৰ কৰিছিল বুলি জনা যায়। কি ৰাগ, কি সময়ত গোৱা হয় তাৰো বিধান আছে। সাধাৰণতে কল্যাণ পুৱা ভাগত, দেষাগ দুপৰ ভাগত, চীলেঙী, ধনশ্ৰী আদি নিশাভাগতে গোৱা হয়। স্থান আৰু পৰিবেশনতো বেলেগ বেলেগ গীত গোৱা হয়। যেনে মৃতকৰ কৰ্মত ৰামধনশ্ৰী, ভুপালী, পোনগৌৰী আদি, তাৰোপৰি গৃহস্থৰ সবাহ নিকামত 'মাহৰ' কন্দদ্দাৰ আদি ব্যৱহাৰ হয়। বিবাহ, বিহুপৰ্ব আদিত 'বসন্ত' সবাহ নাম জাননীত সাধাৰণতে চীলেঙী, ধনশ্ৰী আদি ৰাগেৰে গীত গোৱা হয়।

গায়ন-বায়নৰ নৃত্যত তাল আৰু মানৰো ব্যৱহাৰ হয়। সাধাৰণতে সত্ৰীয়া নৃত্যত জনা মতে ১২খন তাল আৰু ১২ খন উপতাল প্ৰচলিত বুলি ব্যৱহৃত হয়। কিন্তু মায়ামৰা সত্ৰ সমাজত গায়ন-বায়নৰ নৃত্যত মুঠ আঠখন তাল আৰু দুখন উপতাল প্ৰচলন হয় বুলি জনা যায়। তালসমূহ হ'ল—(১) জৌতি, (২) পৰিতাল, (৩) ৰূপগঞ্জল, (৪) ৰূপক, (৫) আঠতাল, (৬) চাৰিমানি, আৰু (৭) বিষম্ বৰ বিষম। উপতালৰ নাম—(১) উলতা আৰু বিষম আৰু (২) উলতা বৰবিষম। প্ৰতিখন তালৰ সুকীয়া সুকীয়া মাত্ৰা আছে।

চাপৰকে তাল বুলি কয়। মান বোলে—চাপৰ মৃদঙ্গৰ লগত সম্পূৰ্ণকে সঙ্গতি ৰাখি বিশেষ ভঙ্গীত হাতৰ লয় আৰু দেহৰ গতি পৰাত। মানৰ মূল চাৰিখন আছে—যথাক্ৰমে (১) মানজৌতি, (২) মেলান, (৩) বিদ্যাপতি (৪) মৌ মুৰি। এনেধৰণে নৃত্য-গীত সম্পূৰ্ণ হোৱাৰ অন্তত 'স্তুতি' আৰু নামৰ মহিমা বিশেষভাৱে বৰ্ণনা কৰি এটা সম্বোধনী দিয়াৰ অন্তত অৱশেষত 'মৰণা পাকেৰে' অনুষ্ঠান শেষ কৰে।

মায়ামৰা সমাজৰ ধৰ্ম মূল থাপনা হৈছে আইদেশ্বৰৰ ভাগৱত—ধৰ্ম-উৎসৱমুখৰ আৰু নৃত্য-গীত প্ৰধান। 'ভাগৱতত ভগৱন্তই নিজৰ গুণসমূহ কীৰ্তন কৰি গীত গাবলৈ, বাদ্য বজাবলৈ, কৰ্মসমূহ ভাৱনা (অনুকৰণ) কৰি উৎসৱ কৰিবলৈ উপদেশ দিছে।' 'গায়ন-বায়নত' ধেমালীৰ প্ৰাদুৰ্ভাৱ আছে। ধেমালীসমূহত গদ্য সংলাপ আৰু নৃত্যবিহনী কাৰ্য্যও বিশেষ নাই। মূল উপজীব্য হ'ল নৃত্য আৰু বাদ্য। ধেমালি মুঠ কিমানখন ঠাৱৰ কৰিব পৰা নাই। মাত্ৰ 'বৰধেমালি' 'পাজিকটা', 'ৰামধেমালি', 'চালি', 'জেউতি চক্ৰ' আদিৰ নাম জনা যায়।

বৰসবাহ, তিথি পৰ্ব, নাম জাননী আদিত গায়ন-বায়নৰ নৃত্য-গীত চলে গোটেই নিশা। তেতিয়া ভিন্ন ভিন্ন ধেমালিৰ নৃত্য-গীত কৰা হয় আৰু অৱশেষত ঘোষাৰে নৃত্য-গীতৰ অন্ত পেলোৱা হয়। ঘোষা গোৱা সময়ত ওজাই হাতেৰে অৰ্থ প্ৰকাশ কৰে আৰু পালিসকলে দুহা ধৰে।

মায়ামৰা সত্ৰ সমাজত 'গায়ন-বায়ন'ৰ সাজ-সজ্জাৰ বিশেষত্ব আছে। যেনে শিৰত পাগুৰি, দেহ ভাগত হাত দীঘল চোলা, ককালৰ পৰা গেৰুৱাৰ ওপৰৰ লৈকে ব্যৱহাৰ হয় জামা, ককালত পিন্ধা হয় বনকৰা 'টঙালী' আৰু দুই বাউসীৰ ওপৰেদি ওলমাই লোৱা চাদৰ; আজিকালি অৱশ্যে এনে অলঙ্কাৰ ব্যৱহাৰৰ তাৰতম্য নঘটাকৈ থকা নাই। গায়ন-বায়নে মৃদঙ্গহে ব্যৱহাৰ কৰে— খোলৰ ব্যৱহাৰ নাই। তিৰোতাসকলে এনে নৃত্য-গীতত ভাগ নলয়, কিন্তু নীৰৱ দৰ্শক শ্ৰোতা হ'ব পাৰে। গায়ন-বায়নত অংশ ল'বৰ বাবে বা আচাৰ অনুষ্ঠানত অংশ ল'বলৈ বিভিন্ন গাওঁ বা চুবুৰীৰ ৰাইজক গুৱা পানৰ খোম আগবঢ়োৱা হয় আৰু এনেদৰে জাননী দিয়া ৰাইজেই নৃত্যগীত গায়ন-বায়নৰ বাবে জোৰা বাচি উলিয়াই আৰু তেওঁলোকে এই কৰ্তব্য ধৰ্ম কৰ্তব্য হিচাপে অতি নিয়ানিকৈ পালন কৰে।

গায়ন-বায়ন উপৰি আগতে আইদেশ্বৰৰ 'ভাগৱত' পাঠ কৰা হয়। পাঠকে গুৰৰ অনুমতি লৈ ভাগৱতৰ এক বা দুই অধ্যায় পাঠ কৰে আৰু 'ভাগৱত' মুকলি কৰাৰ নীতি হিচাপে শৰাইৰ মাহ প্ৰসাদ সকলোৰে মাজত বিতৰণ হয় আৰু তাৰ পাছত গায়ন-বায়নৰ নৃত্য-গীত আৰম্ভ আৰু ভাগৱতৰ ওচৰত আঠু লৈ নৃত্য-গীত আৰম্ভ কৰে।

এই নৃত্য-গীতৰ প্ৰথা অধিকাৰ শ্ৰীকৃষ্ণানন্দদেৱে কৰে বুলি চৰিতপুথিত আছে। এইজনা অধিকাৰে মালৌ পথাৰৰ ওপৰত থকা 'খুতিয়াপতাত' সত্ৰ থাকোতে বিচিত্ৰ ৰং আৰু তুলিকাৰে, নৃত্যৰে দেৱ-দেৱীৰ পট অঙ্কন কৰি এটি অতি ধুনীয়া 'ফুলাম নামঘৰ' নিৰ্মাণ কৰিছিল। ভাল গৱেষণাৰ মাধ্যমে মায়ামৰা সমাজৰ সত্ৰীয়া গীতমাত সম্পৰ্কে আৰু বহু কথা জনাৰ থল আছে। □

# মায়ামৰা সমাজৰ গায়ন-বায়ন

মায়ামৰা বুৰঞ্জীসিদ্ধ অৰ্থ হ'ল মায়াৰ পৰা মুক্ত। পৰিয়ালৰ বান্ধোন— লোভ, মোহ, কাম, ক্ৰোধ ইত্যাদি ৰিপুসমূহৰ পৰা সম্পূৰ্ণ মুক্ত হৈ যিজনাই ধৰ্ম কাৰ্য্যত একান্তমনে আত্মনিয়োগ কৰিব পাৰে তেওঁহে আচল সৰ্বগুনাকৰ মায়ামৰা। মায়ামৰা গুৰু (আদ্যেশ্বৰ) শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ তেনে এগৰাকী সৰ্বমায়ামুক্ত গুণী পুৰুষ আছিল বাবে সহস্ৰ বাধা নেওচিও ধৰ্ম প্ৰতিষ্ঠাত তেওঁ আশ্চৰ্য্যকৰ সফলতা লাভ কৰিছিল। এইজনা মহান গুৰু ৰচিত গীত-মাতেই হৈছে মায়ামৰা ধৰ্মৰ আচল মূলমন্ত্ৰ যাৰ আধাৰত এই সমাজৰ ধৰ্মই অথবা সামাজিক সকাম-নিকাম পালিত হৈ আহিছে। অৱশ্যে আদিগুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ গীতৰ উপৰিও মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, হৰিৰামদেৱ আৰু নিত্যানন্দদেৱ ৰচিত গীত-মাত আদিও মায়ামৰীয়া ধৰ্মীয় অনুষ্ঠানত গায়ন-বায়নৰ যোগেদি অতি ভক্তিভাৱেৰে পৰিবেশিত হয়। মায়ামৰা সমাজত প্ৰচলিত গায়ন-বায়নৰ পদ্ধতি মায়ামৰাৰ বিভিন্ন সত্ৰ, যেনে—গড়মৰা, দিনজয়, মদাৰখাট, টিপুক আদিত একেবাৰে গায়ন-বায়নৰ ক্ষেত্ৰত এখন সত্ৰৰ লোকে গৈ ইখন সত্ৰত একো অসুবিধা নাপায়। মায়ামৰা গুৰুসকলে মহাপুৰুষ শঙ্কৰ-মাধৱৰ আদৰ্শেৰে যি সুকীয়া বৈশিষ্ট্যৰ গায়ন-বায়ন সৃষ্টি কৰিলে যিয়ে শ শ বছৰ ধৰি জনসাধাৰণক ভগৱৎ ভক্তি ৰসত আপ্লুত কৰি ৰাখিছে। সেয়েহে গীত-বাদ্য আৰু নৃত্যক শৰীৰ মন আৰু আত্মাৰ ত্ৰিবেণী সংগম স্বৰূপ গায়ন-বায়ন মায়ামৰা সমাজৰ বৰসবাহ গুৰুসকলৰ জন্ম-মৃত্যু তিথি, নাম জাননী আৰু মৃতকৰ দহা-কাজ আদিত নীতিগতভাৱে গোৱা হয়।

গায়ন-বায়নত ব্যৱহৃত সাজ-পাৰ হৈছে মূৰত বগা ধৰণৰ পাগুৰি দেহত হাত দীঘল কপালী চোলা। ককালৰ পৰা ভৰিৰ গোৰোহালৈ বৈ পৰা 'জামা' ককালত ফুলাম টঙালী, দুই বাউসীৰ ওপৰেদি ওলোমাই লোৱা চাদৰ। অৱশ্যে জামা টঙালীৰ অবিহনে কেতিয়াবা কেৱল পাগুৰি, শুদ্ধ বগা ধুতি আৰু এখন চেলেং চাদৰ পৰিধান কৰিও কাম চলোৱা হয়। এইয়ে এনেধৰণৰ বৈশিষ্ট্যতাৰে পৰিপূৰ্ণ মায়ামৰা সমাজৰ বৰ্তমানৰ যি আকৰ্ষণীয় ৰূপ অথবা নৃত্য-গীতৰ পূৰ্ণাঙ্গ ৰূপ সম্পন্ন হৈছিল বিশেষকৈ শ্ৰীশ্ৰীকৃষ্ণনন্দদেৱৰ দিনত। খুটিয়াপোতা সত্ৰ জাতিষ্কাৰ ৰূপৰ ফুলাম নামঘৰতেই প্ৰথম বৰ্তমানৰ ৰূপে জীপ পাই

উঠিছিল। এই গায়ন-বায়নৰ মুখ্য বাদ্য-যন্ত্ৰ হৈছে মৃদঙ্গ আৰু 'তামৰ ছপোৱা' ওজনৰ ভূৰতাল। খোলৰ ব্যৱহাৰ প্ৰায় নায়েই বুলিলেই হয়।

ইফালে গায়ন-বায়নৰ ক্ষেত্ৰত পৰম্পৰাগত নীতি-নিয়ম আছে। গায়ন-বায়নৰ আগতে ৰীতিমতে মায়ামৰা সমাজৰ ধৰ্মৰ মূল থাপনা আদ্যেশ্বৰৰ ভাগৱত পাঠ কৰা হয় অৱশ্যে ইয়াৰ ব্যতিক্ৰমো আছে। যেনে গোসাঁই মহাপুৰুষসকলক আদৰ জনোৱা শ যাত্ৰা, বৰ যাত্ৰা আদিত ভাগৱত পাঠৰ কোনো প্ৰশ্নই নাহে। যি, কি নহওক গায়ন-বায়নৰ প্ৰথম পৰ্যায়টোৱেই হৈছে ৰাগটনা। ৰাগ টনাৰ তিনিটা স্তৰ আছে।

'আ.............আ.............আ', 'হা................হা' উচ্চাৰণে সভাস্থলীলৈ ভগৱানক আহ্বান য'ত বায়নৰ 'গুৰু গুৰু' শব্দৰে আমন্ত্ৰণক আদৰণি আৰু শলাগ লোৱা হয় পালিৰ দ্বাৰা। দ্বিতীয় স্তৰত 'বৃন্দাবনে বৃন্দাবন' বুলি বৃন্দাবনত ভগৱানৰ স্থিতি বুজোৱা হয় আৰু তৃতীয়স্তৰত ভগৱান সাক্ষাৎ উপস্থিতি মান্য কৰি হৰি কীৰ্তন কৰা হয়।

গায়ন-বায়ন নৃত্য প্ৰধান। মায়ামৰা সত্ৰ সমাজত মুঠ ৮ খন তাল আৰু ২খন উপতাল ব্যৱহাৰ কৰা হয়। তালসমূহ হ'ল—(১) জ্যোতি, (২) পৰিতাল, (৩) ৰূপগঞ্জল, (৪) ৰূপক, (৫) আঠটোল, (৬) চাৰিমণি, (৭) বিষম, (৮) বৰ বিষম। উপতাল সমূহৰ নাম হ'ল—(১) উলতা আৰু বিষম, (২) উলতা বৰ বিষম।

বৰসবাহ, তিথি-পৰ্বৰ নাম জাননীত প্ৰয়োজনানুসৰি দিন/নিশাই গায়ন-বায়নৰ কাম চলি শেষত ঘোষাৰে নৃত্য-গীতৰ পৰিসমাপ্তি ঘটোৱা হয়। ঘোষা গোৱা সময়ত যি সময়ত ওজাই হাতেৰে অৰ্থ প্ৰকাশ কৰে আৰু তেতিয়া পালিসমূহ দুহা ধৰে। ঠোৰতে মায়ামৰা সমাজৰ বৈশিষ্ট্যটাৰে পৰিপূৰ্ণ গায়ন-বায়নৰ মাত্ৰ দুটামান দিশহে এই চমু প্ৰবন্ধত উল্লেখ কৰা হ'ল। □

# মায়ামৰা বৈষ্ণৱ ধৰ্মৰ শাস্ত্ৰ

ৰজা লক্ষ্মীসিংহ স্বৰ্গদেউৰ উৎপাতত (পাছত পুনৰ ৰজা হোৱাৰ পাছত) মায়ামৰীয়া শিষ্যসকল পৰ্বতে-পাহাৰে পলাই ফুৰিব লগা হোৱাত শাস্ত্ৰ ভাগৱত পুথি-পাজি প্ৰায় হেৰাল। পাছত ৩ বাৰকৈ মানৰ আক্ৰমণ, বৃটিছৰ আক্ৰমণ আদিতো তথৈবচ। গতিকে মায়ামৰা সত্ৰৰ গোসাঁইসকলে লিখা শাস্ত্ৰ আদি সম্পূৰ্ণৰূপে পোৱাৰ সম্ভাৱনা কম। তত্ৰাচ এতিয়ালৈকে পোৱা শাস্ত্ৰসমূহ আমি আলোচনা কৰিছোহঁক।

নাহৰআটি সত্ৰত অনিৰুদ্ধদেৱে এই কেইখন শাস্ত্ৰ প্ৰণয়ন কৰিছিল।

(১) পঞ্চম স্কন্ধ ভাগৱত পদ্য ছন্দত লিখন—ভাগৱত মূল টীকা ভাঙ্গি।

(২) চতুৰ্থ স্কন্ধ ভাগৱতৰ পুৰঞ্জন উপাখ্যান পয়াৰ ছন্দত লিখন।

(৩) বৰগীতৰ এখন গীত শাস্ত্ৰ প্ৰণয়ন য'ত ১৮২ টা সন্নিবিষ্ট ভটিমা গীত আছে।

(৪) ৮০৫ টা ঘোষা সম্বলিত 'ভক্তিমণ্ডল'।

(৫) 'নিজ শাস্ত্ৰ' প্ৰণয়ন, যিখন শাস্ত্ৰ অতি গোপনীয়, ইয়াৰ নাম- প্ৰসঙ্গত বুঢ়া-ভকত সকলেহে যোগদাৰ কৰিব পাৰে। এই শাস্ত্ৰত সকলো শাস্ত্ৰৰ সাৰতত্ত্ব সংগ্ৰহ কৰি থোৱা আছে।

.... .... ....

শ্ৰীকৃষ্ণদেৱৰ বৰপুত্ৰ হৰিৰামদেৱে ধৰ্মাসনত বহি দুখন অঙ্কিয়া নাট—(১) কংসধ্বস, (২) অজামিল উপাখ্যান তাৰোপৰি বৰগীতৰ এখনি গীত শাস্ত্ৰও ৰচন কৰি যায়।

.... .... ....

তেওঁৰ ভাতৃ ধৰ্মচাৰ্য্য নিত্যানন্দদেৱে—

(১) চতুৰ্থ স্কন্ধ ভাগৱতৰ সতী চৰিত পদবন্ধত লিখি থৈ যায়।

(২) পদ্যছন্দত লিখা শাস্ত্ৰ 'ভক্তিমঙ্গল' যি পুথিত নশ বাৰটি ঘোষা আছে।

(৩) 'মৎস্যচৰিত' পদবন্ধত।

(৪) 'মাৰীচ মধ' অঙ্কিয়া নাট।

(৫) পদ্যছন্দত লিখে

(ক) অষ্টম স্কন্ধৰ শেষৰ অধ্যায়।

(খ) দশম স্কন্ধ (মূল টীকা সমূহ ভাঙি)।

(৬) আঠকুৰি বৰগীত সম্বলিত এখনি গীতশাস্ত্ৰ।
তেৰাই ধৰ্মাসনত বহা ছয় বছৰৰ ভিতৰতে ছয়খন শাস্ত্ৰ লিখে।

.... .... ....

পঞ্চদশ অধিকাৰ ৺জয়ানন্দদেৱৰ ৰচনা হ'ল—(১) চিত্ৰ-বিচিত্ৰ ৰঙ্গেৰে সাচিপাতৰ চৰিতকোযে ৰঞ্জিত কৰি মৎস্য চৰিত পুনৰ ৰচনাকৰণ।

.... .... ....

৺চিদানন্দদেৱে পয়াৰ ছন্দত লিখে
(১) গোঁসাই বংশাৱলী

.... .... ....

মায়ামৰা সম্প্ৰদায় শ্ৰীশ্ৰীশঙৰদেৱৰ প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মৰ মূলমন্ত্ৰ "এক দেৱ এক সেৱ এক বিনে নাই কেৱ" বাক্যত বিশ্বাসী।

শাস্ত্ৰত ভাগৱতে গাৰ্হস্থ্য জীৱনত 'কেৱল হৰি গুণ নাম শ্ৰৱণ-কীৰ্তন, স্মৰণ কৰাৰ বাহিৰে অন্য উপায় নাই' বুলি কৈ গৈছে। □

# মায়ামৰা ধৰ্মমত সম্বন্ধে আৰু দু আষাৰ

মায়ামৰা সম্প্ৰদায়ৰ ধৰ্মমত সম্বন্ধে বিশেষ তথ্যপাতি এতিয়ালৈ আমাৰ হাতত পৰাহি নাই, অৱশ্যে এনে তত্ত্ব গধুৰ তথ্যপাতি আহৰণৰ বাবে আমাৰ ফালৰ পৰা সজোৰে চেষ্টা চলি আছে। গতিকে এই প্ৰবন্ধত এটি থুলমূল আভাষৰ বাদে বিশেষ আলোচনা আগবঢ়াব পৰা নাযাব।

*   *   *   *

অনিৰুদ্ধদেৱে সমস্যা শৃঙ্খলাৰ বাবে বহুতো ধৰ্ম প্ৰথাৰ,ভিতৰত মায়ামৰা সমাজত যি উচ্চ-আধ্যাত্মিক ভাৱাপন্ন, শুদ্ধ, সাত্ত্বিক প্ৰথা প্ৰৱৰ্তন কৰি গৈছে—সেয়াই হৈছে শৰণ লোৱা প্ৰথা। মায়ামৰা সমাজত শৰণ প্ৰথা অতি সাত্ত্বিক নিয়মেৰে পালন কৰা হয়। শৰণ লোৱাৰ আগতে শৰণ ল'বলৈ ইচ্ছা কৰা সকলে প্ৰথমতে আদ্যগুৰু পিতৃ-মাতৃক বা পিতৃ-মাতৃ নাথাকিলে পিতৃ স্থানীয় মান্যজনক গুৱাপাণ আগবঢ়াই সেৱা কৰে। শৰণৰ আগদিনা সম্পূৰ্ণৰূপে অহোৰাত্ৰ উপবাস থাকিব লগা হয় কায়চিত্তে অতি শুদ্ধমনে। শৰণৰ দিনা  দাড়ি চুলি কাটি শুদ্ধ শুক্ল কাপোৰ পৰিধান কৰি গা-পা ধোৱাৰ পাছত গুৰুৰ চৰণত তিনিবাৰ প্ৰণিপাত কৰি শৰণ ল'ব লাগে। শুদ্ধ শুক্ল বস্ত্ৰ পৰিধান মানে—জোৰ নথকা কপাহী সূতাৰ কাপোৰ যাৰ দ্বাৰা আত্মসংযম বুজায়, বিপৰীতে জোৰ থকা ৰং-বিৰঙৰ কাপোৰ বিলাসৰ সামগ্ৰী—যাক বৰ্জন কৰাটো উচিত বুলি কোৱা হয়। এইদৰে অন্যান্য আনুসঙ্গিক ব্যৱস্থাৰে মানুহৰ মনৰ চঞ্চলতা দূৰ কৰি  চিন্তাশীল আৰু শান্ত ভাবলৈ গতি কৰাত উৎসাহিত কৰা হয়। সেই কাৰণে সচৰাচৰ শৰণৰ পাছত পুৰুষৰ স্বাভাৱিক প্ৰবৃত্তি কিছু নহয় কিছু পৰিৱৰ্তন হয়।

*   *   *   *

শৰণৰ টোপোলা আগবঢ়োৱাৰো যথেষ্ট নীতি নিয়ম আছে। শৰণৰ দিনা দাড়ি খুৰাই শুদ্ধ-মন-চিত্তে শুক্ল বস্ত্ৰ পৰিধান কৰি নামঘৰেই হওক বা গুৰু ঘৰেই হওক তাৰ পৰা গা ধুবৰ কাৰণে সকলো শাৰীবদ্ধ হয়। পাৰিষদসকলে পান চাৰিগুচি, আগলি কলাপাতেৰে মেৰাই জোঙাকৈ বান্ধি একোটাকৈ টোপোলা শৰণ প্ৰাৰ্থী প্ৰত্যেকজনকে দিয়ে। তেতিয়া তেওঁলোককে নিজৰ নিজৰ টোপোলাটি হাতে ধৰি শিৰত তুলি লৈ গা ধুবৰ কাৰণে যায়। ওচৰৰ নদী বা তেনে ধৰণৰ পুখুৰীৰ জলত তিনিবাৰ বুৰমাৰি তিতা কাপোৰেৰে নামঘৰলৈ গৈ গুৰুজনাক তিনিবাৰ প্ৰণিপাত কৰি শৰণ ভিক্ষাৰ কথা জনায়। তেতিয়া খাটনিয়াৰ আহি

তেওঁলোকে মূৰৰ ওপৰত লৈ থকা টোপোলাটি লৈ গুৰুৰ চৰণত অৰ্পণ কৰে, আৰু প্ৰত্যেকজনৰ পিতৃদত্ত নামটিও গুৰুক খাটনিয়াৰে জনায়। গুৰুৱে পাছত সবাকে ঈশ্বৰ ভগৱানৰ সহস্ৰ নামৰ একোটি ভকতীয়া নাম প্ৰত্যেকজনকে জানিবলৈ দিয়ে। এইদৰে এই কাৰ্য্য শেষ হোৱাৰ পাছত গুৰুৱে ভগৱানৰ নিৰ্মালি হিচাপে বা গুৰুৰ প্ৰসাদ গ্ৰহণেৰে শৰণৰ আগৰ প্ৰায় দুদিনীয়া উপবাস ভংগ কৰে আৰু এনেদৰেই শৰণৰ কাম শেষ হয়। গুৰুৱে দিয়া নামবো বিশেষ তাৎপৰ্য্য আছে, দৈনন্দিন জীৱনত ইজনে সিজনক উক্ত নামেৰেই মাতবোল কৰোতে আচলতে ভগৱানৰ নামকেহে উচ্চাৰণ কৰি দেহ পৱিত্ৰ কৰা হয়। ভগৱানৰ এনে নামৰ মাহাত্ম্য অপাৰ, তাকে মহাপুৰুষ শঙ্কৰদেৱে তেৰাৰ ভক্তিমঙ্গল ঘোষাত এনেদৰে লিখিছে ঃ

"কনৌজ পুৰত ব্ৰাহ্মণ আছিল
নাম তাৰ অজামিল।
জাতি কুলাচাৰ ধৰ্মক এৰিয়া
বেশ্যাৰ সঙ্গে মিলিল।।
চুৰি ডকা দিয়া বৃষলি পুৰিয়া
জাতি কুল ভৈল নষ্ট।
দেবৰ দ্বিজৰ দ্ৰোহ আচৰিয়া
স্ব-ধৰ্মত ভৈলা ভ্ৰষ্ট।।
অষ্টাধিশ আশী বছৰ ভৈলোক
তথাপি নভৈল জ্ঞান।
আয়ু সমীপত জানি যমদূত
আসিলা তাহাৰ থান।।
শৰণ ভজন গুৰু সেৱা হীন
নজানে ধৰ্মৰ তত্ত্ব।
'নাৰায়ণ' নামে বেশ্যাৰ পুত্ৰত
বুদ্ধি ভৈলা আশংকাত।।
হৰিনাম লও পাপ নষ্ট হৌক
ইহাকো নজানে মনে।
কেবলে নামৰ আভাস মাত্ৰকে
তৰিলা বিপ্ৰ তেখনে।।

যমৰ দুতক কোবায়া খেদিলা
বিষ্ণু দূত চাৰিজন।
এনে মহাপাপী ব্রাহ্মণ হোৱন্তে
কৃতার্থ ভৈলা তখন।।
হেন বলবন্ত নামক এৰিয়া
অন্যত্র ধর্ম আচৰে।
নাৱ এৰি যেন কুবুদ্ধি মনুষ্য
জলত পৰিয়া মৰে।।
জাতি কুলচাৰ নিয়ম সংযম
কিছুকো বাট নচাই।
মহিমা জানিলে মাত্রকে তৰয়
নাহিকে আত সংশয়।।

সদায় অধর্মত থকা অজামিলে এনেকৈয়ে অজ্ঞাতে পুত্রক নাৰায়ণ বুলি মাতোতেই মুক্তি পাই স্বৰ্গ গমন কৰিলে—বিষ্ণু দূতে আঠে-বেঠে আহি লৈ গ'ল। এয়ে হৈছে ভগৱৎ নামৰ মহিমা।

* * * *

মায়ামৰা সমাজৰ ভক্তসকলে সাধাৰণতে ইজনে-সিজনে 'আতা/আতৈ' আদিৰে সম্বোধে। কিছুমানে আতা শব্দক আত্মা, ভগৱান সৰ্বভূতে আত্মাৰূপে বৰ্তমান বুলিও অৰ্থ কৰে। আতা শব্দৰ জৰিয়তে দুয়োৰে অন্তৰৰ/আত্মাৰ একাত্মতাক কিছু অৰ্থত হ'লেও নুবুজাকৈ নাথাকে। আকৌ নাম অপৰাধ এনে এবিধ প্রথাৰো চলন্তি আছে। মহাপুৰুষ শঙ্কৰদেৱেও দশবিধ নাম অপৰাধ উল্লেখ কৰি গৈছে। গুৰু অনিৰুদ্ধদেৱে নাম অপৰাধৰ কঠোৰ ব্যৱস্থা দৰ্শাই গৈছে। নাম অপৰাধৰ ব্যাখ্যা মতে এজন শৰণীয়া ভকতে অন্য এজন ভকতক খং কৰি বা খং ভাৱেৰে আঙুলীটোৱাই কথা ক'লেও দোষ, অস্ত্র-শস্ত্রৰে প্রহাৰৰ কথাটোতো অতিশয় ডাঙৰ অপৰাধ যিহেতু এনে প্রহাৰৰ দ্বাৰা আচলতে ভগৱানৰ আত্মাকে প্রহাৰ কৰাৰ নিচিনা হয়। এনে অপৰাধৰ প্ৰায়শ্চিত্ত থাকিলেও আত্মাশুদ্ধ নহয়। এনে অপৰাধীজনৰ কণগেলে বুলিও এটা কথা আছে। সমাজত কোনো বিষয়-বাব পোৱাটো দূৰৰ কথা। মায়ামৰা সমাজত অনিৰুদ্ধদেৱে 'সৰ্বভূতে আত্মাৰূপে আছে নাৰায়ণ'' শাস্ত্রীয় বাক্যৰ তত্ত্ব বিশেষভাৱে অনুভৱ কৰিবৰ কাৰণেও ব্যৱস্থা কৰা আছে। সমাজৰ কোনো সকামত বিলনীয়াৰ দ্বাৰা সকলো বস্তু

যেনে—মাছ, চাউল, কল, গুৰ, চেনি, তামোল-পান আদি সকামত গোট খোৱা লোকৰ মাজত বিলোৱাৰ পাছতহে সকলোৱে একেলগে 'অ ৰাম' বুলিহে খায়। খোৱাৰ শেষতো সকলোৱে কোৱাকুই কৰে অৰ্থাৎ খোৱা এৰা সম্বন্ধে মৃদু কথোপকথন হয়। মায়ামৰা সমাজত কীৰ্তনৰ নৃত্য-গীতত অংশ গ্ৰহণ কৰোতাসকলে একাগ্ৰচিত্তে ভগৱানৰ গুণানুকীৰ্তন কৰে যিহেতু মনৰ একগ্ৰতাইহে ভগৱানক পোৱাত অৰ্থাৎ ভগৱানৰ স্বৰূপ উপলব্ধি কৰাত সহায়ক হ'ব পাৰে। তাৰোপৰি কীৰ্তনৰ তাল, মৃদং, নৃত্য-গীত আদিত একাত্ম মন নাথাকিলে তালভঙ্গ হোৱাৰো ভয়। এনে ব্যৱস্থাধাৰে মানুহৰ চঞ্চলমনক সাত্ত্বিক ভাৱাপন্ন হ'বলৈ নিশ্চয়কৈ প্ৰেৰণা নিদিয়াকৈ নাথাকে।

আমাৰ সমাজ ব্যৱস্থাত সকাম-নিকাম আদিত ভাগৱৎ পাঠ কৰাৰ পাছতহে গীত-নৃত্যৰ অনুষ্ঠান পৰ্ব আৰম্ভ হয়। আৰম্ভণীতে পান-তামোল (গুৱাপান) খাই আৰু তাৰ পাচতহে নিৰ্দিষ্ট পাঠকে অতিশয় ভক্তিভাৱেৰে ভাগৱত পাঠ কৰিবৰ আৰম্ভ কৰে। পাঠ কৰাৰ সময়ত বাহিৰা আলোচনা নকৰে। ভাগৱত পাঠ মেলাৰো নিয়ম আছে। প্ৰথমতে মনৰ একাগ্ৰচিত্তে 'অ ৰাম' বুলি মূৰ দোৱায় আৰু ভাগবত পাঠ সামৰণি মাৰোতেও 'অ ৰাম' উচ্চাৰণেৰে মূৰ দোৱায়। আচলতে ভগৱানৰ গুণ-নাম এনেদৰে শ্ৰৱণ-কীৰ্তনৰ যোগেদি ভক্তিৰ মূল ব্ৰহ্মৰ স্বৰূপ উপলব্ধি কৰোৱা হয় আৰু এইদৰেই সমাজেও আদ্যেশ্বৰৰ ভাগৱত ভগৱন্ত ঈশ্বৰৰ বাক্যহেন জ্ঞান কৰি যুগে যুগে উপকৃত হৈ আহিছে। □

# কেইখনমান উল্লেখযোগ্য মায়ামৰা সত্ৰৰ নাম

**গড়পাৰা মায়ামৰা সত্ৰ ঃ** খুটিয়াপোতা মায়ামৰা সত্ৰৰ ভজনানন্দদেৱে অধিকাৰদেৱে ধৰ্মকাৰ্য্য পৰিচালনা কৰি থকা সময়ত (১৭২৭-৩০ শক) ১৭২৮-২৯ শকত মায়ামৰা আদিগুৰু শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ পঞ্চম পুত্ৰৰ পৰা বঢ়া হৰিময়দেৱে ৰহমৰীয়া মৌজা অন্তৰ্গত গড়পাৰাত প্ৰতিষ্ঠা কৰা সত্ৰখনেই হৈছে গড়পাৰা মায়ামৰা সত্ৰ। গড়পাৰা মায়ামৰা সত্ৰৰ কম খাজনাৰ ৪২৭ বিঘাৰ এটা গ্ৰাণ্ট আছে।

**মদাৰখাট মায়ামৰা সত্ৰ ঃ** ই মায়ামৰ সত্ৰৰ এটি অন্যতম শাখা।

**মায়ামৰা গোসাঁইৰ থান (বৰহাপজান বাৰেকুৰি) ঃ** তিনিচুকীয়া জিলাৰ ডুমডুমা সমষ্টি অন্তৰ্গত বৰহাপজানত মটক প্ৰধানমন্ত্ৰী গোধাৰ নিৰ্দেশত নিৰ্মাণ কৰা এটা প্ৰাচীন গড় আছে—যি গড় নিৰ্মাণ কৰা হৈছিল গোসাঁইৰ পৰামৰ্শমতে। বৰ্তমান এই গড়টি অবহেলিত ভাৱে পৰি আছে—শুকানগুৰি বাগিছাৰ ভিতৰত। বৰহাপজানৰ পৰা নাতি দূৰৈত এখন ঐতিহাসিক ঠাইখণ্ড হৈছে মতাপুং বাৰেকুৰি। মায়ামৰা চতুভূজ গোসাঁয়ে লগত কুৰিজন ভকত লৈ ইয়াতে কিছুদিন বাস কৰিছিল। মতাপুঙত আগতে লোণ ওলাইছিল; কিন্তু বৰ্তমানে লোণ নোলায় বাবে মতাপুং হৈছে। সেইবাবেই মতাপুং বাৰেকুৰি অঞ্চল ঐতিহাসিকভাৱেই প্ৰসিদ্ধ।

**নিত্যানন্দ গোসাঁইৰ থান ঃ** স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত (১৬০৩-১৬৪১ খৃষ্টাব্দ) খুটিয়াপোতাৰ মোৱামৰীয়া মহন্ত নিত্যানন্দদেৱে ৰাজৰোষত পৰে। কিন্তু গোসাঁয়ে ৰাজ মৃত্যুদণ্ডৰ আগতে দিখৌ নদীত গা ধুবলৈ যায় আৰু নৈতে তেওঁ নশ্বৰ দেহা ত্যাগ কৰে। তেতিয়া তেওঁৰ শৱটো কেইজনমান শিষ্যই শিৱসাগৰ নগৰৰ ভাটিত থকা মতাইমৰা ডুবিত পাই কাথপাৰাত লুকুৱাই থ'লৈগে। ৰাজদণ্ডৰে দণ্ডিত নিত্যানন্দদেৱৰ ক'তো দেখাকৈ সংকাৰ কৰিব নোৱাৰি এটা ভঁৰালত সোমোৱাই ভঁৰালত জুই লাগিলে বুলি জুই দি সংকাৰ কৰে। সেইসময়ৰ পৰাই কাথপাৰৰ সেই ঠাইডোখৰক নিত্যানন্দ গোসাঁইৰ থান বুলি জনাজাত হৈ পৰে।

**গোসাঁইৰ ভেটি :** মালৌ পথাৰত বৰভেটি বনোৱা আদি কাম কৰোৱা সময়ত মায়ামৰীয়া মহন্তসকলৰ বসবাসৰ ঠাই আছিল।

**পুৰণিমটীয়া থান :** মায়ামৰীয়া কোনো এজন আতাক ইয়াতে বাঘে খাই মাৰে। টিয়ক বাগিছাৰ মাজত সেই থানখন অৱস্থিত। সেয়ে ৰাজআলিৰ পৰাই সেই সম্প্ৰদায়ৰ লোকে সেৱা জনায়।

**পুৰণিমাটি মায়ামৰা সত্ৰ :** যোৰহাট নগৰৰ ৭-৮ মাইল পশ্চিমে পৰ্বতীয়া মৌজাত টিলিক আমৰ পৰা কিছু আঁতৰত এই সত্ৰ অৱস্থিত। মায়ামৰা সত্ৰৰ ছপা বুৰঞ্জীমতে অনিৰুদ্ধদেৱৰ তৃতীয় নাতি আৰু মায়ামৰা সত্ৰৰ পঞ্চম অধিকাৰ জয়ৰামদেৱে বৰপুত্ৰ যদুনন্দনদেৱক ধৰ্মাসনত বহুৱাওতে জয়ৰামদেৱৰ ভায়েক মধুৰ মূৰ্ত্তিদেৱ আৰু সদানন্দদেৱ সত্ৰত নাছিল। পাছত তেওঁলোকে কথাটো জনাত অসন্তোষ হয় আৰু মধুৰ মূৰ্ত্তিদেৱে পুৰণি পামত স্থায়ী সত্ৰ প্ৰতিষ্ঠা কৰে।

**নাহৰণি থান :** লক্ষীমপুৰ জিলাৰ বিহপুৰীয়া মৌজাৰ কন্দলি নামে ঠাইত অৱস্থিত এই ঐতিহাসিক থানখন হৈছে মায়ামৰা সম্প্ৰদায়ৰ আদিগুৰু মহাপুৰুষ অনিৰুদ্ধদেৱৰ সমাধি স্থান। সেইগৰাকী মহান পুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱে প্ৰথমতে ইয়াৰ ওচৰৰে মোৱামৰা বিলৰ পাৰত প্ৰথম সত্ৰ স্থাপন কৰি বৈকুণ্ঠপ্ৰয়াণৰ পিছত ইয়াতে সমাধিস্থ হয়। আগৰ দিনত বিশেষকৈ খৰালী দিনত অসমৰ বাদেও চিলট আদি ঠাইৰ পৰাও আহি মহাপুৰুষজনাৰ সমাধিস্থল দৰ্শন কৰিছিলহি। বৰ্তমানে থান পৰিচালনা সমিতিৰ জৰিয়তে থানখনৰ বহুতো জেউতি বাঢ়িছে; কিন্তু পুৰ্বৰ গাম্ভীৰ্য্য আৰু আধ্যাত্মিকতা যেন এতিয়াও বহু দূৰত। বিষ্ণু-বালিকুঞ্চি সত্ৰাধিকাৰ কমলচন্দ্ৰ গোস্বামীদেৱৰ মতে এই ঐতিহাসিক পৱিত্ৰ থানখনিৰ নাম নাহৰণি নহয় নাহৰ আটিহে হ'ব লাগে।

**বিষ্ণু বালিকুঞ্চি সত্ৰ :** নাৰায়ণপুৰ অঞ্চলৰ বৰ্তমান ধলপুৰ মৌজাৰ বিষ্ণু-বালিকুঞ্চি নামে ঠাইত ১৮৭৫ শকৰ ১৫ বহাগ, বৃহস্পতিবাৰে শুক্লা নৱমী তিথিত মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ জন্ম হয়। অনিৰুদ্ধদেৱে ভৱানীপুৰীয়া আতা গোপালদেৱৰ ওচৰত ৪ বছৰ ধৰ্ম শিক্ষা গ্ৰহণ কৰি ১৬০২ চনত বালিকুঞ্চিত সত্ৰ প্ৰতিষ্ঠা কৰি নামঘৰ মণিকূট সজাই, পুখুৰী খন্দাই, সত্ৰ পুনৰ প্ৰতিষ্ঠা কৰি মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ আৰু প্ৰসাৰতাত একান্তভাৱে লাগি যায়। গুৰুজনাই এই সত্ৰত থাকোঁতে নানা জাতিৰ মাজত ধৰ্ম প্ৰচাৰ কৰিছিল। এই সত্ৰ

প্ৰতিষ্ঠা কৰিছিল ১৬০২ চনত। পাঁচ বছৰ কাল এই সত্ৰত থাকি ভফলাৰ উপদ্ৰৱত থাকিব নোৱাৰি বিহপুৰীয়া মৌজাৰ অন্তৰ্গত মৰনৈৰ কাষৰ এড়োখৰ ঠাইত ঢাপ মাৰি নাহৰগছ আদি কই নামঘৰ, মণিকূট সাজি, পুখুৰী খন্দাই, সত্ৰ প্ৰতিষ্ঠা কৰে। সেই সত্ৰৰ নামেই হ'ল নাহৰআটি সত্ৰ। সত্ৰৰ চাৰিওফালে গড় আৰু খাৱৈয়ে ৩২ বিঘা মাটি আগুৰি ৰাখিছে। তাৰ ঢাপত শাৰী কৰি আৰু ভিতৰতো শাৰী পাতি আৰু থানৰ ভিতৰলৈ যোৱা আলিৰ দুয়োকাষে ধুনীয়া ধুনীয়া নাহৰগছৰ শাৰী। নাতিদূৰৈত অৱস্থিত অনিৰুদ্ধদেৱৰ সমাধিস্থান। সেই থানক ২ বিঘা মাটি আবৰি ডাঙৰ গড়খাৱৈ দিয়া আছে। এয়েই নাহৰআটী থান আৰু এই থানখনৰ কাৰণে ৫৩ বিঘা ব্ৰহ্মোত্তৰ মাটি আছে। এই সত্ৰখন বিহপুৰীয়া মৌজাৰ ১নং নাহৰণি গাঁৱত বিহপুৰীয়াৰ পৰা পাঁচ মাইল দক্ষিণ পূব ফালে অৱস্থিত। থানৰ উন্নয়নৰ বাবে স্থায়ী উন্নয়ন সমিতি আছে। ১৬২৮ চনত মহাপুৰুষ জনাৰ বৈকুণ্ঠী হোৱাৰ পাছত তেৰাৰ জ্যেষ্ঠপুত্ৰ কৃষ্ণদেৱে অধিকাৰ হৈ পাঁচ বছৰকাল ধৰ্ম প্ৰচাৰ কৰে। পিছত কৃষ্ণদেৱে এই সত্ৰ উঠাই নি তেৰাৰ পিতৃদেৱে খুটিপুতি থৈ অহা ঠাইত সত্ৰ-সভা প্ৰতিষ্ঠা কৰে। বৰ্তমানে নাহৰআটি থানলৈ যোৱাৰ সুন্দৰ যাতায়তী ব্যৱস্থা আছে; তদুপৰি যাত্ৰীসকলৰ বাবে যাত্ৰী নিবাসো আছে। অনিৰুদ্ধদেৱৰ জন্মস্থান আৰু প্ৰথম স্থাপিত বিষ্ণু বালিকুঞ্চি সত্ৰৰ ঐতিহাসিক চিহ্ন ধৰি ৰাখিবৰ বাবে পুনৰ যোৱা ১৯৩৫ চনত সত্ৰ প্ৰতিষ্ঠা কৰি ধৰ্ম প্ৰৱৰ্তন কৰি থকা হৈছে।

**টিপুক সত্ৰ ঃ** ঐতিহ্যমণ্ডিত মায়ামৰা সত্ৰৰ প্ৰতিষ্ঠাপক অনিৰুদ্ধদেৱ গুণ (১৫৫৩-১৬২৬ খৃঃ) এজন মহান ধৰ্মীয় পৰম বিনীত, শিক্ষিত, সদাচাৰী তেওঁত আছিল যাৰ সাগৰসম প্ৰতিভা আৰু গুণৰ বাবে হেজাৰ হেজাৰ জনসাধাৰণে শিষ্যত্ব গ্ৰহণ কৰাৰ উপৰিও আহোম স্বৰ্গদেউ চুখামফা খোৰা ৰজাদেৱেও সত্ৰধিকাৰ জনৰ গুণাৱলীত বিস্ময় প্ৰকাশ কৰিছিল। এনে কথা পোৱা যায়। মহান গুৰু শঙ্কৰদেৱৰ নিচিনাকৈ এইজনা সত্ৰাধিকাৰ দেৱৰো অদ্ভুদ সৃজনী প্ৰতিভাৰ বলত গীত, টোটয়, ভটিমা, ঘোষা আদি ৰচনাৰে শিষ্য সংখ্যা বঢ়োৱাত বিশেষ দক্ষতা আৰু সাফল্য লাভ কৰিছিল। অনিৰুদ্ধদেৱ সত্ৰাধিকাৰ হৈছিল ১৫২৩ শকত আৰু বৈকুণ্ঠ প্ৰয়ান কৰিছিল ১৫৪৮ শকত। অনিৰুদ্ধদেৱৰ বৈকুণ্ঠ প্ৰয়ানৰ পাছত ১৫৪৮ শকত কৃষ্ণদেৱে সত্ৰাধিকাৰ ৰূপে ১৫৬৩ শক পৰ্যন্ত থাকি বৈকুণ্ঠ প্ৰয়ান হয়। কৃষ্ণদেৱৰ পাছত ১৫৬৩ শকৰ পৰা ১৫৬৬ শক পৰ্যন্ত সত্ৰাধিকাৰ পদত থাকি বৈকুণ্ঠ প্ৰয়ান হয়। তাৰ পাছত ১৫৬৬ শকত ধৰ্মাসনত

বহে নিত্যানন্দদেৱে ১৫৭২ শকলৈ। ১৫৭২ শক আৰু ১৫৭৬ শকৰ ভিতৰত—'ধৰ্মাখন অপ্ৰকাশ হৈ ৰয়। পাছত ১৫৭৬ শকত জয়ৰামদেৱ ধৰ্মাসনত থাকে ১৬০৫ শকলৈ। যদুনন্দদেৱ ১৬০৫ শকৰ পৰা ১৬১০ শকলৈ, বৈকুণ্ঠনাথ দেৱ ১৬১০ শকৰ পৰা ১৬১৩ শকলৈ। পুনৰ ১৬১৩ আৰু ১৬১৮ শক কালছোৱাত ধৰ্মাসন অপ্ৰকাশ হৈ ৰয়। ১৬১৮ শকত চতুৰ্ভুজদেৱ সত্ৰাধিকাৰ স্বৰূপে অধিষ্ঠিত হৈ ১৬৭০ শকত বৈকুণ্ঠ প্ৰয়ান হয় আৰু তেৰাৰ বৈকুণ্ঠ প্ৰয়ানৰ পাছত অষ্টভূজদেৱ ১৬৭০ শকত ধৰ্মাসনত অধিষ্ঠিত হয় আৰু বৈকুণ্ঠ প্ৰয়ান কৰে ১৬৯২ শকত। এইজনা মহান নবমজনা গুৰু অষ্টভুজদেৱে কাচিনলীয়া ভবানন্দদেৱক নৰৰ জীৱ তাৰণৰ সৰ্বধৰ্মেৰে দীক্ষিত কৰি, সৰ্বনাম ধৰ্মৰ তাৎপৰ্য্য, পৰমাৰ্থসাৰ, গুঢ়াৰ্থ সৃজন পালন, দেৱ-দেৱী পালন, সংসাৰণ আদি সকলো ধৰ্মীয় কথা শিকাই মেলি উজনিৰ মৰাণ অঞ্চলত ধৰ্মপ্ৰচাৰ কৰাৰ জোখাৰে বিচক্ষণ কৰি তোলা উপৰিও এখন বিজয়শাস্ত্ৰ লিখি দিলে আৰু শ্ৰীশ্ৰীকৃষ্ণভুজ দেৱ নামে জগৎ পালনৰ উপদেশ দিলে। কেৱল সেয়ে নহয় শ্ৰীশ্ৰীকৃষ্ণভূজ দেৱে যাতে ধৰ্মপ্ৰচাৰত অধিক কৃতকাৰ্য্য হ'ব পাৰে তাৰ বাবে তেৰাক সহায় কৰাৰ যাৰতে অষ্টভুজদেৱে তিনি বুঢ়া কছাৰী বুঢ়া, আহোম বুঢ়া, খাটোৱাল বুঢ়া, আলিমুৰীয়া আদি বিশেষ জনক কৃষ্ণভোজ দেৱৰ ধৰ্ম প্ৰচাৰ আদিত মুখ্য ভূমিকা পালনৰ বাবে দায়িত্ব দি থৈ যায় তাৰোপৰি অমৃত মুখে কৈ যায়।

............অন্যায় নকৰিবা, লোভত পৰি হিংসা নকৰিবা, নীতিত থাকিবা, যেয়ে মোৰ বাক্য লংঘন কৰিব তেওঁৰ অধঃপতন হ'ব..........।"

তেনেকৈয়ে অষ্টভুজদেৱৰ আজ্ঞাপৰ হৈ কছাৰী, আহোম, খাটোৱাল এই তিনি বুঢ়াৰ লগত খাটনিয়াৰ হিচাপে আলিমুৰীয়া আদি ধৰ্মীয় লোকৰ সহযোগত কৃষ্ণভুজদেৱক লৈ উজানৰ নখন খোলা মেলি টিপুক নৈৰ কাষত সত্ৰ পাতে ১৬৯১ শকত। পাছত কৃষ্ণভুজ দেৱৰ সত্ৰৰ পৰা উদ্ভৱ হোৱা সত্ৰসমূহেই টিপুক মোলানী সত্ৰ নামেৰে পৰিচিত। কৃষ্ণভুজ দেৱে বহুকাল ধৰ্মাসনত অধিষ্ঠিত হয় নৰভুজদেৱে। নৰভুজদেৱৰ পাছত ধৰ্মসন অধিকাৰ কৰে শঙ্কৰভুজদেৱ দেৱে। আকৌ শঙ্কৰভুজ দেৱৰ পাছত ধৰ্মাসন গ্ৰহণ কৰে অগ্নিভুজ তেৰাৰ পাছত ধৰ্মাসন অপ্ৰকাশ হৈ ৰয় যেন লাহে লাহে সম্পূৰ্ণ স্থবিৰতাৰ পথত আগবাঢ়ে।

বৰ্তমানে কিন্তু কৃষ্ণভুজদেৱ প্ৰতিষ্ঠিত টিপুক সত্ৰৰ অৱস্থা প্ৰায় অস্তিত্বহীনতাত পৰ্যবসিত অসমীয়া সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ ঐতিহ্যমণ্ডিত সত্ৰটি হয়তু সেই কালছোৱাত সংঘটিত ৰাজনৈতিক দুৰ্যোগ অথবা প্ৰাকৃতিক

ঘটনাৰ পৰিপেক্ষিতত পৰি আজিৰ স্থবিৰতাৰ অৱস্থালৈ উত্তৰণ হ'ল। সদ্যহতে টিপুক সত্ৰত কোনো সত্ৰাধিকাৰৰ নাই—চাৰিটা গোসাঁই প্ৰভুৰ থান সংৰক্ষিত হৈ আছে। অৱশ্যে বৰ্তমানে মৰাণ সমাজৰ কেইজনমান বিশিষ্টলোকে এই সত্ৰৰ পুনঃপ্ৰতিষ্ঠা অথবা বিশেষ সংৰক্ষণতাৰ বাবে আগভাগ লোৱাটো সমগ্ৰজাতি তথা অসমীয়া সংস্কৃতিৰ বাবেই আশীৰ্বাদ স্বৰূপ। ইতিমধ্যে প্ৰায় নিশ্চিহ্ন পথত থকা এই ঐতিহাসিক সত্ৰ সম্পৰ্কত অসম চৰকাৰ তথা অসম চৰকাৰৰ সংগ্ৰহালয় সঞ্চালকালয়ে বিশেষ বৃষ্টিপাত পেলালে সত্ৰ সংৰক্ষণ হোৱাৰ আশা কৰিব পাৰি। □

বিঃ দ্ৰঃ—উক্ত প্ৰবন্ধ প্ৰস্তুত কৰোতে মোক বিশেষভাৱে সহায় কৰিছে শ্ৰদ্ধাৰ বয়োবৃদ্ধ ব্যক্তি শ্ৰীযুত থানেশ্বৰ মৰাণ ডাঙৰীয়া, শ্ৰীযুত মহেশ্বৰ মৰাণ আৰু পূৰ্ণ সহযোগ আগবঢ়ালে প্ৰয়াত সাগৰ মৰাণদেৱে। তেওঁলোকৰ পৱিত্ৰ অন্তৰৰ সু-পৰামৰ্শৰ বাবে আমাৰ থাকিল—আন্তৰিক কৃতজ্ঞতা।

# মায়ামৰা দিনজয় সত্ৰ সম্পৰ্কে

মায়ামৰা সমাজৰ গোসাই প্ৰভু সকলৰ বংশাৱলীৰ পৰা জনা যায় যে যদুবংশ ৰজাৰ পুত্ৰ ভগদত্ত আৰু তেওঁৰ দুজন পুতেক হৰিবৰ আৰু ৰামবৰে নেপালত ৰাজত্ব কৰিছিল। বৰ্ণত তেওঁলোক আছিল কায়স্থ আৰু ৰামবৰে তাৰপৰা সৌমাৰলৈ আহে। ৰামবৰৰ পুতেক কেইজন হ'ল যথাক্ৰমে বৃহদ্দলপতি, নদীদলৈ আৰু গঙ্গানৰাগিৰি—গোণ্ডগিৰি হৈছে গঙ্গানৰাগিৰিৰ পুতেক যালৈ মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ খুড়াকৰ জীয়েক আজলি আইদেউক বিয়া দিয়ে। আজলি আইদেউৰ পাঁচজন পুত্ৰ জন্ম হয় ডাঙৰ পুতেক মোহন মুৰাৰীয়ে প্ৰতিষ্ঠা কৰে বেঙেনাআটি সত্ৰ, অন্য এজন পুত্ৰ হৰকণ্ঠগিৰিয়ে লিখা -পঢ়াত মনোনিবেশ কৰাৰ উপৰিও শাস্ত্ৰ ভাগৱত চৰ্চ্চাত গভীৰভাৱে আত্মনিয়োগ কৰে। তেওঁ ভবানিপুৰীয়া গোপালদেৱক গুৰু হিচাপে মান্য কৰি নাৱেৰে কালজাৰ সত্ৰলৈ আহে আৰু তাতে গোপাল আতাৰ শিষ্যত্ব গ্ৰহণ কৰে। গোপালদেৱে শিষ্যৰ একাত্মতা বুজি পাই শাস্ত্ৰৰ শিক্ষা প্ৰদান কৰিলে। গোপাল আতায়ো শিষ্যৰ মৰমত আপ্লুত হৈ হৰকণ্ঠগিৰিৰ এই নামৰ পৰিৱৰ্তে অতিশয় তত্ত্বমূলক নাম 'অনিৰুদ্ধ' দান কৰিলে। অনিৰুদ্ধদেৱে তিনি বছৰৰো অধিককাল গোপালদেৱৰ পৰা ধৰ্মশিক্ষা গ্ৰহণ কৰি গোপালদেৱৰ পৰা বিদায় ল'লে আৰু গোপালদেৱে অনিৰুদ্ধক আচাৰ্য্য বাবেৰে বিভূষিত কৰি বিদায় দিলে। তাৰ পিছত অনিৰুদ্ধদেৱে নিজ ঘৰ বিষ্ণু-বালিকুঞ্চিলৈ আহি তাতে নামঘৰ সাজি হৰি গুণ নামৰ এক কেন্দ্ৰস্থল কৰি তুলিলে। অসংখ্য লোকে অনিৰুদ্ধৰ হৰিগুণ নাম-কীৰ্তনত বিমুগ্ধ হৈ তেৰাত শৰণ ল'লে। ১৫২৩ শকৰ মাঘ মাহত বিষ্ণু বালিকুঞ্চিতে শৰণ দিয়া কাৰ্যাৱলীও আৰম্ভ কৰি বহুতকে শৰণ দিয়ালে। ৫ বছৰ তাত সত্ৰ থকাৰ পাছত ১৫২৮ শকত সত্ৰ তাৰ পৰা উঠাই আনি চাৰি আটিত নাহৰ আটি নামেৰে সত্ৰ স্থাপন কৰিলে আৰু এই সত্ৰতে অনিৰুদ্ধদেৱে কেইবাখনো শাস্ত্ৰ প্ৰণয়ন কৰিছিল। তেৰাই যোৰহাটৰ ককিলামুখৰ ভাটিফালে থকা ঠাইত সত্ৰৰ উপযোগী বাবে খাগৰিৰ খুটিপুতা ঠাইতে পাচত তেওঁৰ পুতেক শ্ৰীকৃষ্ণদেৱে খুটিয়াপোতা সত্ৰ প্ৰতিষ্ঠা কৰে। এইজনা মহান গুৰু বৈকুণ্ঠগামী হয় ১৫৪৮ শকৰ পহৰ শুক্ল দশমী দিনা—তেওঁ প্ৰতিষ্ঠা কৰা নাহৰআটি সত্ৰতে।

শ্ৰীকৃষ্ণদেৱে তিনিবছৰ নাহৰআটি সত্ৰত থাকি পিছলৈ ১৫৫১ শকৰ ফাগুন মাহত খুটিয়াপোতা নামে এটা বেলেগ সত্ৰ স্থাপন কৰে। সত্ৰৰ জেউতি

বঢ়োবাৰ উদ্দেশ্য আগতে লৈ খুটা, মাৰলি চটি, আদিত নানা চিত্ৰৰে ৰঞ্জিত কৰি অতি বিতোপনকৈ ফুলাম নামঘৰ সজালে। শ্ৰীকৃষ্ণদেৱৰ পুত্ৰ আছিল ছজন। তেওঁলোক হ'ল যথাক্ৰমে—হৰিৰাম, নিত্যানন্দ, জয়ৰাম, মধাই, সদাই আৰু সনাতন। কৃষ্ণদেৱ বৈকুণ্ঠগামী হয় ১৫৬৩ শকৰ শুক্লা দশমীত আৰু ধৰ্মভাৰ অৰ্পণ কৰে তেওঁৰ জ্যেষ্ঠ পুত্ৰ হৰিৰাম দেৱত।

হৰিৰাম দেৱে ধৰ্মাসনত তিনি বছৰ বহাৰ পিছত ভাতৃ নিত্যানন্দ দেৱক ধৰ্মভাৰ অৰ্পণ কৰে আৰু ১৫৬৬ শকৰ মাঘৰ কৃষ্ণ তৃতীয়াত বৈকুণ্ঠগামী হয়। নিত্যানন্দ দেৱে ধৰ্মৰ আসনত বহি ৬ বছৰৰ ভিতৰতে ছয়খন শাস্ত্ৰ প্ৰণয়ন কৰে। এইজনা গোসাঁই প্ৰভু বৈকুণ্ঠ প্ৰয়াণ হয় ১৫৭২ শকৰ জেঠ মাহৰ কৃষ্ণ ত্ৰয়োদশী দিনাত। এইজনা গোসাঁইৰ মহাপ্ৰয়াণৰ পিছত ১৫৭২ শকৰ পৰা ১৫৭৬ শকলৈ ধৰ্মাসনত কোনো গুৰু অধিষ্ঠিত হোৱা নাছিল। প্ৰায় চাৰি বছৰ এনেদৰে থকাৰ পাছতহে ১৫৭৬ শকত জয়ৰামদেৱ ধৰ্মাসনত অধিষ্ঠিত হয়। সেই সময়ত আহোম ৰাজ আছিল জয়ধ্বজ সিংহ আৰু তেওঁ শৰণ লোৱাৰ উদ্দেশ্যে মায়ামৰা সত্ৰলৈ কটকি পঠালে যদিও জয়ৰামদেৱে ৰজাক শৰণ নিদিলে। আৰু কুৰুৱাবাহী সত্ৰলৈ গৈ শৰণ ল'বৰ বাবে উপদেশ দিলে। কুৰুৱাবাহী সত্ৰৰ সত্ৰাধিকাৰে ভাগিনীয়েক নিৰঞ্জন পাঠেকক পঠাই দিয়াত ৰজাই তেওঁতে শৰণ ল'লে আৰু আউনি পানৰ আট কাটি সত্ৰ পাতি দিয়াত, সেই সত্ৰই 'আউনিআটি' সত্ৰ নামে জনাজাত হয়।

১৬০৫ শকত আঘোণ মাহৰ শুক্লা প্ৰতিপদত জয়ৰামদেৱ বৈকুণ্ঠ প্ৰয়াণ হয় আৰু ধৰ্মাসন গ্ৰহণ কৰে তেওঁৰ পুতেক যদুনন্দদেৱে। শ্ৰীকৃষ্ণদেৱৰ পুত্ৰ মধাই আৰু সদায় যদুনন্দদেৱক ধৰ্মাসনত অধিষ্ঠিত কৰাৰ কথা শুনি মধাৱে মধুৰ মূৰ্তি নাম গ্ৰহণ কৰি পুৰণি মাটি সত্ৰ প্ৰতিষ্ঠা কৰে আৰু এই সত্ৰখনেই হৈছে মায়ামৰা সত্ৰৰ প্ৰথম শাখা সত্ৰ। যদুনন্দন দেৱৰ মৃত্যু হয় ১৬১০ শকৰ শাওনৰ শুক্লা ত্ৰয়োদশীৰ দিনা। যদুনন্দনৰ বৈকুণ্ঠ প্ৰয়াণৰ পিছত তেওঁৰ পুত্ৰ বৈকুণ্ঠনাথে ধৰ্মৰ আসনত নিজকে অধিষ্ঠিত কৰে। সেই সময়ত আহোমৰাজ গদাধৰ সিংহৰ কোপদৃষ্টিত পৰে মায়ামৰা সত্ৰৰ বৈকুণ্ঠনাথ আৰু ৰঘুনন্দন আৰু পুৰাণ মাটি সত্ৰৰ মধাই সদায়। ১৬১৩ শকত ভাদৰ পূৰ্ণিমাত ৰাজনিগ্ৰহত বৈকুণ্ঠ নাথৰ মহাপ্ৰয়াণ ঘটে। ৰঘুনন্দনদেৱেও চতুৰ্ভুজদেৱকে সঙ্কেততে হ'লেও ধৰ্মভাৰ অৰ্পণ কৰি যায়। ১৬১৩ শকৰ পৰা ১৬১৮ শক এই কালছোৱাত ধৰ্মাসন একেবাৰে শূন্য হৈ থাকে।

পাছত চতুৰ্ভুজদেৱে ধৰ্মাসন গ্ৰহণ কৰে। ১৬৭০ শকত বহাগৰ শুক্লা সপ্তমী তিথিত চতুৰ্ভুজদেৱৰ বৈকুণ্ঠ প্ৰয়াণ হোৱাৰ পাছত, অষ্টভুজদেৱে ধৰ্মভাৰ

গ্ৰহণ কৰে। অষ্টভুজদেৱৰ নাম কীৰ্তনত আৰু তেৰাৰ যশোগানত মুগ্ধ হৈ শদিয়াৰ পৰা মানাহ পৰ্যন্ত তেৰাত শৰণ-ভজন ল'বলৈ আহিছিল। উজনিফালে থকা মৰাণ ৰাজ্যত তেতিয়ালৈকে শঙ্কৰদেৱৰ বৈষ্ণব ধৰ্মই ঢুকি পোৱা নাছিল। অষ্টভুজৰ যশোগুণত মুগ্ধ হৈ উজনিৰ ৰাঘমৰাণ, নাহৰখোৱা মৰাণ, মুদৈগএগ, কছাৰীগএগ, আহোমগএগ আৰু খাটোৱলীয়া আদি বহুতো লোকে অষ্টভুজদেৱৰ শৰণ গ্ৰহণ কৰিলেহি। গোসাঁইদেৱে কাচিনলীয়া ভৱানন্দৰ প্ৰতি আকৰ্ষিত হৈ, উজনিত 'চাউলকঠা' দিবলৈ ভাৰ দিলে, উজনি অঞ্চলত ভজনৰ কৰ্মখিনি সম্পন্ন কৰিবৰ বাবে কছাৰীগএগ, মুদৈগএগ, আহোমগএগ আৰু খাটোৱলীয়া আদি চাৰিবুঢ়াক ভাৰ দিয়ে। পাছত চুৰিবুঢ়াই কাচিনলীয়া ভৱানন্দক উজনিৰ টিপুক নদীৰ পাৰত টিপুকসত্ৰ পাতি 'কৃষ্ণভুজ' নামেৰে নামাঙ্কিত কৰি ধৰ্মৰ আসনত অধিষ্ঠিত কৰিলে। এয়ে হৈছে মায়ামৰা টিপুক সত্ৰ, মায়ামৰা সত্ৰৰ ২য় শাখা সত্ৰ। বৰ্তমানে এই সত্ৰৰ ভালেখিনি শাখা সত্ৰ উজনি অঞ্চলত স্থাপন কৰা হৈছে। অষ্টভুজদেৱে শদিয়াৰপৰা মানাহলৈ বিস্তৃতভাৱে থকা শিষ্যসকলক নিমন্ত্ৰণ কৰি আনি মালৌ পথাৰৰ কোৰোকানিৰ উত্তৰত এটা প্ৰকাণ্ড ভেটি নিৰ্মাণ কৰিলে ১৬৯০ শকত। সেই সময়ত মায়ামৰা সত্ৰৰ শিষ্য আঠ লাখৰো বেছি আছিল। আঠ লাখ শিষ্য সমবেত হৈ মুখে হৰিনাম উচ্চাৰণ কৰি মাটি দিয়াৰ দৃশ্য অপূৰ্ব হৈছিল। এইজনা মহান অষ্টভুজ গোসাঁইৰ মহাপ্ৰয়াণ ঘটে ১৬৯২ শকৰ বহাগ মাহৰ কৃষ্ণ পঞ্চমী দিনা।

১৬৯২ শকত পৰা ১৭০৬ শকলৈকে চৌধ্য বছৰ ধৰি মায়ামৰা খুটিয়াপোতা সত্ৰ শূন্য হৈ আছিল, ১৭০৬ শকৰ ফাগুনতহে অনিৰুদ্ধদেৱৰ পঞ্চমপুত্ৰ সৰ্বানন্দদেৱৰ বংশধৰ পীতাম্বৰদেৱক ডফলা পৰ্বতৰ পৰা বিচাৰি আনি উজনিত নতুন সত্ৰ প্ৰতিষ্ঠা কৰি ধৰ্মৰ আসনত অধিষ্ঠিত কৰে। পীতাম্বৰ গোসাঁইৰ চাৰিজন পুত্ৰ আছিল তেওঁলোক হ'ল যথাক্ৰমে—ভজনানন্দ, ভক্তানন্দ, ভৱানন্দ আৰু জয়ানন্দ। ২১ বছৰ ধৰ্মৰ আসনত থকাৰ পিছত জ্যেষ্ঠ পুত্ৰ ভজনানন্দক ধৰ্মভাৰ অৰ্পণ কৰি ১৭২৭ শকত আহাৰৰ কৃষ্ণ ত্ৰয়োদশী তিথিত তেওঁৰ মহাপ্ৰয়াণ ঘটে। অনিৰুদ্ধদেৱৰ পঞ্চম পুত্ৰ সৰ্বানন্দদেৱৰ বংশধৰ হৰিময়দেৱে ৫০০ ভকত লৈ ১৭২৮ শকত মায়ামৰা গড়পৰা সত্ৰ স্থাপন কৰি ধৰ্মৰ আসনত বহে আৰু এয়েহে হ'ল মায়ামৰা সত্ৰৰ ৩য় শাখা সত্ৰ।

১৭৩০ শকৰ আহিনৰ শুক্লা একাদশী তিথিত তেওঁৰ মৃত্যু হোৱাৰ পাছত তেওঁৰ ভাতৃ ভক্তানন্দদেৱে ধৰ্মভাৰ গ্ৰহণ কৰে। ভক্তানন্দদেৱৰ দিনতে মানৰ আক্ৰমণ হোৱাত ভক্তানন্দদেৱে মানৰ হাতৰ পৰা ৰক্ষা পাবৰ উদ্দেশ্য মাজুলীৰ

গড়মূৰ সত্ৰৰ ওচৰত সত্ৰ পাতি আছিললৈ। ইংৰাজ আহি মানক খেদাই পুৰন্দৰ সিংহক ৰাজ্য দিয়াৰ সময়ত মাজুলীৰ পৰা সত্ৰ আনি বৰভেটিত সত্ৰ পাতি আছিল; পাচত বৰভেটিৰ পৰা নাৱেৰে সত্ৰ উঠাই আনি ডিব্ৰুনদীৰ পাৰত ৰঙ্গাগড়াত ১৭৫৫ শকত সত্ৰ পাতি প্ৰায় ৪ বছৰ আছিল। পিছত ইয়াৰ পশ্চিম দিকে থকা দিনজান বোলা ঠাইতে সত্ৰ স্থাপন কৰে আৰু এই সত্ৰৰ দুৱাৰ মুকলি কৰা হয় ১৭৫৯ শকত। এই সত্ৰৰ নামে ঠাই অনসুৰি দিনজয় সত্ৰ নামে খ্যাত হয়।

ভক্তানন্দদেৱৰ পুত্ৰ নাছিল। তেওঁৰ ভায়েক ভৱানন্দৰ স্বৰূপানন্দ, চিদানন্দ আৰু চন্দ্ৰকান্ত নামেৰে তিনিজন পুত্ৰ আছিল। ১৭৬২ শকৰ বহাগৰ কৃষ্ণ তৃতীয়াত ভক্তান্দদেৱ বৈকুণ্ঠ প্ৰয়াণ হয় আৰু ভতিজাক স্বৰূপানন্দই ধৰ্মভাৰ গ্ৰহণ কৰে। তেওঁ তিনিবছৰ ছয়মাহকাল ধৰ্মভাৰ চলাই; ১৭৬৫ শকৰ আহিনৰ শুক্লা দ্বাদশী তিথিত নৰনাট সামৰে আৰু ভৱানন্দই ধৰ্ম ভাৰ গ্ৰহণ কৰে। পাছত ভৱানন্দদেৱে নিজ ভাতৃ জয়ানন্দদেৱক ধৰ্মভাৰ অৰ্পণ কৰি ১৭৭৯ শকৰ পুহ মাহঁৰ শুক্ল তৃতীয়াত বৈকুণ্ঠী হয়। জয়ানন্দদেৱৰ চাৰিপুত্ৰ আছিল জগতানন্দ, অজিতানন্দ, হৃদয়ানন্দ আৰু দেৱানন্দ। জয়ানন্দদেৱে বৈকুণ্ঠ প্ৰয়াণ হয় ১৭৯০ শকৰ শুক্লা দ্বিতীয়াত আৰু ধৰ্মাসন গ্ৰহণ কৰা হয় চিদানন্দদেৱৰ দ্বাৰা। জয়ানন্দদেৱৰ পুত্ৰ জগতানন্দ ধৰ্মৰ আসনত বহে। অন্যহাতে যুৱাধিকাৰ চন্দ্ৰকান্তদেৱে চেচা নৈৰ দক্ষিণ দিকে মদাৰখাটত নতুন সত্ৰ স্থাপন কৰি ধৰ্মৰ আসনত অধিষ্ঠিত হয়। এয়া হৈছে মায়ামৰা সত্ৰৰ চতুৰ্থ শাখা সত্ৰ।

মায়ামৰা সত্ৰৰ মূলভেটি যে মায়ামৰা দিনজয় সত্ৰতে বিদ্যমান ওপৰৰ আলোচনাৰ পৰাই ধাৰণা কৰিব পাৰি। চমুকৈ সত্ৰৰ বিৱৰণ এয়ে। পাচত আমি এই বিষয়ে অধিক আলোচনা কৰিম। □

# মায়ামৰা দিনজয় সত্ৰৰ সত্ৰাধিকাৰ ৺শ্ৰীশ্ৰীজীৱনানন্দ গোস্বামীদেৱৰ সংক্ষিপ্ত জীৱন চানেকি

চাবুবাত অৱস্থিত শ্ৰীশ্ৰীমায়ামৰা দিনজয় সত্ৰ নিজ বৈশিষ্ট্যৰে আজিও সমুজ্বল হৈ আছে। ইতিমধ্যে প্ৰসিদ্ধ এই সত্ৰৰে দশমজনা অধিকাৰ আছিল প্ৰয়াত শ্ৰীশ্ৰীজীৱনানন্দ চন্দ্ৰ গোস্বামী। তেৰাৰ পিতৃদেৱতা শ্ৰীশ্ৰীহৃদয়ানন্দদেৱ আছিল সপ্তমজনা সত্ৰাধিকাৰ আৰু শ্ৰীশ্ৰীজীৱনানন্দ আছিল গুৰুজনাৰ চতুৰ্থ পুত্ৰ। এই মহান লোকজনৰ জন্ম হৈছিল ১৯১৬ চনৰ জেঠ মাহত। শিক্ষা লাভ কৰে দিনজয় প্ৰাথমিক বিদ্যালয়ত। উচ্চ শিক্ষা লাভ কৰে তেতিয়াৰ ডিব্ৰুগড়ৰ জৰ্জ্জ ইন্‌ষ্টিটিউটত। বৰ্তমানৰ বাগ্মিবৰ নীলমণি ফুকন উচ্চতৰ মাধ্যমিক বিদ্যালয়ত। হাইস্কুলীয়া শিক্ষা গ্ৰহণৰ অন্তত তেওঁ কিছুদিন চাহ বাগিছাৰ চাকৰিত যোগদান কৰে যদিও পাছত সেই চাকৰি এৰি দি সমাজসেৱা ধৰ্মসেৱা আদি মানৱসেৱা কামত ব্ৰতী হয়। ১৯৪৮ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে ৩২ বছৰ বয়সত বিবাহ সম্পন্ন কৰা সহধৰ্মিনী শ্ৰীমতী সোণতৰা আইদেৱে পাচৰ কালত স্বামীৰ ধৰ্মীয় চৰ্চাত উৎসাহ আৰু উদ্দীপনাৰে মূৰ্তিমান কৰি তোলে।

মায়ামৰা দিনজয় সত্ৰৰ নৱম জনা অধিকাৰ শ্ৰীশ্ৰীমহদানন্দদেৱ বৈকুণ্ঠগামী হোৱাত যুৱাধিকাৰ শ্ৰীশ্ৰীজীৱনানন্দদেৱে ১৯৬৪ চনৰ ২৩ ফেব্ৰুৱাৰীৰ তাৰিখে মায়ামৰা দিনজয় সত্ৰৰ অধিকাৰ আসনত উপবিষ্ট হয়। সত্ৰাধিকাৰ পদত অধিস্থিত হৈ সত্ৰীয়া নীতিৰ শৰণ ভজন আদি কাৰ্যসম্পন্ন সত্ৰখনৰ সামাজিক উন্নয়ন বিকাশ সাধনত গুৰুত্ব আৰোপ কৰে। এই উদ্দেশ্যে সত্ৰ উন্নয়ন সমিতি গঠন হৈছিল আৰু ভক্ত তথা সুধীজনৰ দান বৰঙণিৰে বৰনামঘৰটিৰ মেৰামতি আৰু থান, নামঘৰ, মণিকূট, বৰচৰা, কলাকৃষ্টি ভৱন, গ্ৰন্থাগাৰ আদি নকৈ নিৰ্মাণ কৰা হয়। চাবুৱা দিনজয়ৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা সত্ৰলৈ যোৱা মূল প্ৰৱেশপথত নিৰ্মিত তোৰণখনিও প্ৰভুজনাই নিজ হাতে আধাৰ শিলা স্থাপন কৰে। অৱশ্যে তোৰণখনিৰ আধ্যাত্মিক ৰূপেৰে মহীয়ান আটকধুনীয়া তোৰণখনিৰ সম্পূৰ্ণৰূপে তেৰাই চাবলৈ নাপালে।

শ্ৰীশ্ৰীজীৱনানন্দ গুৰুজনাৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ এগৰাকী নীৰৱ সাধক হিচাপে বহুতো তত্ত্বগধুৰ প্ৰবন্ধাদি প্ৰকাশ কৰি অসমীয়া সাহিত্যলৈ অমূল্য অৱদান আগবঢ়ায়। কেৱল প্ৰবন্ধ প্ৰকাশেই নহয় মায়ামৰা সমাজৰ অ-প্ৰকাশিত শাস্ত্ৰ-ভাগৱত আৰু গীত-মাতসমূহ পুথি আকাৰে প্ৰকাশৰ ব্যৱস্থা কৰাৰ ফলতেই ইতিমধ্যে শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ গীত-শাস্ত্ৰ আৰু ভক্তিমঙ্গল ঘোষাখন ৰাইজৰ হাতত পৰে। মায়ামৰা সমাজৰ আদ্যেশ্বৰ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ বিৰচিত 'পঞ্চম স্কন্ধ ভাগৱত, চতুৰ্থ স্কন্ধ ভাগৱতৰ অন্তৰ্গত পুৰঞ্জন উপাখ্যান আৰু শ্ৰীশ্ৰীনিত্যানন্দদেৱৰ 'মৎস্য চৰিত', ড° কেশৱানন্দদেৱ গোস্বামীদেৱৰ সম্পাদিত শ্ৰীমদ্ভাগৱত সন্নিবিষ্ট হোৱাৰ মূলতে সত্ৰাধিকাৰ প্ৰভুদেৱৰ মহান উদাৰতা আৰু মহানুভৱতা। সত্ৰাধিকাৰ শ্ৰীগোস্বামীদেৱে সামাজিক আৰু ধৰ্মীয় দিশত আগভাগ লোৱাৰ ফলস্বৰূপেই ১৯৭১ চনৰ ১০ এপ্ৰিলত দিনজয় সত্ৰ প্ৰাঙ্গণত অসম সত্ৰ সংঘৰ অধিবেশন সুচাৰুৰূপে সম্পন্ন হৈ যায়। শ্ৰীশ্ৰীগোস্বামীদেৱ এজন কেৱল ধৰ্ম আচাৰ্যই আছিল এনে নহয় জীৱনৰ প্ৰথমছোৱাত অৰ্থাৎ সত্ৰাধিকাৰ হোৱাৰ আগতে লোকেল বোৰ্ড, দিনজয় হাতীআলি, গ্ৰাম্য পঞ্চায়ত আদিত সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল যদিও পাছত ৰাজনীতি এৰি ধৰ্ম সেৱাকে আপোন কৰি ল'লে। অৱশ্যে সামাজিক কামসমূহত তেৰাৰ অৱদান অব্যাহত থাকিল। দিনজয় প্ৰাথমিক বিদ্যালয়, দিনজয় হাজৰিমল উচ্চতৰ মাধ্যমিক বিদ্যালয়, চাবুৱা গ্ৰাম্য স্বাস্থ্য প্ৰশিক্ষণ কেন্দ্ৰ, চাবুৱাৰ ডি. ডি. আৰ. মহাবিদ্যালয় আদিত সক্ৰিয় যোগদান চাবুৱাবাসীয়ে সদায় মনত ৰাখিব। এইখিনিতে উল্লেখ কৰিব পাৰি যে গুৰুজনাৰ কৰ্মজীৱনৰ নিবিড় সঙ্গী আছিল মায়ামৰা সমাজৰ প্ৰখ্যাত সমাজসেৱী ৺পোৱাৰাজ দত্তদেৱ। গুৰুজনাৰ লগতে সেয়েহে উদ্যোগী সমাজসেৱী দত্তদেৱকো ৰাইজে শ্ৰদ্ধাৰে সোঁৱৰে।

ড° কেশৱানন্দ দেৱ গোস্বামীদেৱে তেখেতৰ এক লিখনিত কৈছে—'এই গৰাকী সত্ৰাধিকাৰৰ দৰে উপযুক্ত বিজ্ঞ, সৎ আৰু প্ৰকৃত সত্ৰাধিকাৰ যোগ্য দ্বিতীয় এজন দেখা নাই বুলিলে অত্যুক্তি কৰা বুলি হয়তু বহুতে ক'ব, বহুতে বিতুষ্টও হ'ব। বৰ্তমান সময়ত কোনোবাই তেৰাৰ সমকক্ষ বুলি এগৰাকী আঙুলিয়াই দিলে আমাৰো চকু মুকলি হ'ব। নিজৰ সীমাবদ্ধ বিচাৰ বুদ্ধিৰে সেয়েহে কৈছে তেৰা অদ্বিতীয়। জীৱনকালত এঙাই বা স্বীকৃতি দিবলৈ টান পাই, মৃত্যুৰ পিছত ফুল চন্দন ছটিওৱা অনেক আছে; কিন্তু তেখেতৰ ক্ষেত্ৰত মোৰ ঘটিছিল বাবেই তেখেতক সত্ৰাধিকাৰ হিচাপে একমাত্ৰ তেখেতকহে মই লগ পাইছিলো তেতিয়াই তেখেতৰ পদস্পৰ্শ কৰি সেৱা জনাইছিলো।

বিশিষ্ট সাহিত্যিক, চিন্তাবিদ আৰু শিক্ষাবিদ শ্ৰীসয়ম্বৰ ঘৰফলীয়াই লেখিছে 'গুৰুজনা এজন সুবক্তা আৰু সুলেখকো আছিল।' তেৰাই একোটা বিষয়বস্তু বিভিন্ন উপাদানেৰে সজাই পৰাই অনৰ্গল বক্তৃতা দি যাব পৰাটো এক প্ৰকাৰ ক'লা বুলি ক'ব পাৰি। আমনিদায়ক ভাষণে শ্ৰোতাক অন্যমনস্ক কৰে; কিন্তু গুৰুজনা এই দোষৰ পৰা মুক্ত আছিল। গোটেই জীৱনজুৰি তেৰাই অসমৰ বিস্তৃণ অঞ্চলত সীমাহীন ভাষণ দি গ'ল। সভা-সমিতি সমূহো বিভিন্ন বিচিত্ৰ আৰু বৰ্ণময়।

প্ৰয়াত গুৰুজনা আছিল কুৰি শতিকাৰ শেষৰ ফালে দ্ৰুত গতিত পৰিবৰ্দ্ধিত দেশ আৰু সমাজ জীৱনৰ সজাগ আৰু সন্ধানী পুৰুষ। পুৰণি ভেটিত থিয় হৈয়ো নুতনক আদৰিবলৈ সংকোচ নকৰা ব্যক্তি বিশেষ। পুৰণি আৰু নতুনৰ ভালেখিনি সামৰি অলাগতিয়াল অংশ বৰ্জন কৰা আৰু নিজক চিনি পোৱা—'আত্মানাং বৃদ্ধি'—এই মতত বিশ্বাসী সৰ্বগুণাকৰ ধৰ্ম গুৰুজনা সুদীৰ্ঘ ২৮ বছৰ কাল মায়ামৰা দিনজয় সত্ৰ পৰিচালনাৰ অন্তত ১৯৯২ চনৰ ১৭ জানুৱাৰী দিনা বৈকুণ্ঠপ্ৰয়ান হোৱাত হাজাৰ হাজাৰ গুণমুগ্ধ শিষ্য ভকতসকলৰ উপৰিও অসমৰ বহু বিশিষ্টজনে তেনেদৰেই স্মৃতি চাৰণ কৰি গৈছে। □

জয়তু মায়ামৰা দিনজয় সত্ৰ।
জয়তু গুৰু জীৱনানন্দ।

# মায়ামৰা গণ যুদ্ধ আৰু মটক ৰাজ্য গঠন

অসমত আহোম ৰাজ্য স্ৰষ্টা চুকাফাই (১২২৮-১২৬৮) ১২১৫ খ্ৰীষ্টত নিজৰ আদি বাসস্থান মাওলুং ৰাজ্য ত্যাগ কৰি লগত ন হেজাৰ সৈনিক, তিনি গৰাকী পত্নী, বুঢ়াগোহাই আৰু বৰগোহাইক ধৰি পোন্ধৰজন সম্ভ্ৰান্ত বংশীয় লোক, এহাল হাতী আৰু মাউট, তিনিশ ঘোঁৰা সমন্বিতে আহি ১২২৮ খৃষ্টাব্দত অসমৰ খানজাং নামে ঠাইত ওলায়হি। আহোতে সুদীৰ্ঘ তেৰ বছৰ কাল তেওঁ পাটকাই পৰ্বতৰ (ডই-কাউ-ৰাদ) নগাসকলৰ লগত ভীষণ যুদ্ধত প্ৰবৃত্ত হ'বলগীয়া হৈছিল যদিও যুদ্ধত জিনি আগুৱাই আনিবলৈ সক্ষম হৈছিল। খানজাঙৰ পিচত তেওঁ নামৰূপলৈ আহে পাছত ক্ৰমান্বয়ে তিপাম আৰু শলগুৰি পায় আৰু তাতে কিছুদিন খেতি-বাতি কৰি থাকিবলৈ লয়। কিন্তু সেই ঠাই বৰ সুবিধাজনক নোহোৱাত দিখৌ নৈয়েদি পাৰ হৈ চৰাইদেউ পাই তাতে স্থায়ীভাৱে নগৰ পাতি বসবাস কৰিবলৈ লয়। চুকাফাই চৰাইদেউত নগৰ পাতি থাকোতে ওচৰৰ ৰাজ্যত মৰাণ আৰু বৰাহীসকলে নিজ নিজ ৰজাৰ অধিনত বসবাস কৰি আছিল। মৰাণসকলৰ ৰজাৰ নাম আছিল 'বদৌচা' আৰু বৰাহী ৰজাৰ নাম আছিল 'থাকুম থা'। চুকাফাই মৰাণ আৰু বৰাহী ৰজাৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি চলিল; আনকি তেওঁ নিজে মৰাণ আৰু বৰাহী ৰাজবংশৰ কুঁৱৰীক বিয়া কৰাই সম্পৰ্ক অধিক গাঢ় কৰি তুলিলে। চুকাফাৰ সু-ব্যৱহাৰত মৰাণ আৰু বৰাহীসকলে আত্ম বিস্মিত হৈ চুকাফাৰ মৃত্যু পৰ্য্যন্ত ৰাজ্য পৰিচালনাত সম্পূৰ্ণ সহায়-সহযোগ আগবঢ়াই গ'ল। চুকাফাৰ পৰৱৰ্তী ৰজাসকলে তেওঁৰ আদৰ্শৰে মৰাণ বৰাহীসকলক ব্যৱহাৰ কৰি যোৱা হ'লে হয়তু মৰাণসকলে স্বাধীন ৰাজ্য বিচাৰি বিদ্ৰোহ কৰিব লগা অৱস্থাই নহ'লহেঁতেন। কিন্তু সেয়া হৈ নুঠাত ১৭৬৯ খৃষ্টাব্দত মৰাণসকলৰ নেতৃত্বত বৃহত্তৰ ঐতিহাসিক মোৱামৰীয়া বিদ্ৰোহ সংঘটিত হৈ অসম ৰাজ্যৰ বহু দিনৰ ইতিহাসেই ৰূপান্তৰ কৰি দিছিল। এই গণ বিদ্ৰোহ ১৭৬৯ চনৰ পৰা ১৮০৪ চনলৈকে অৰ্থাৎ ৩৭ বছৰ ধৰি চলি আছিল। মোৱামৰীয়া বিদ্ৰোহৰ অন্যান্য বহু কাৰণৰ ভিতৰত আধ্যাত্মিক সাম্যবাদৰ আদৰ্শৰে প্ৰতিষ্ঠিত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ প্ৰৱলতাও অন্যতম। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম মায়ামৰা সত্ৰই কটকটীয়াকৈ পালন কৰি শিষ্য আৰু বৈভৱ সম্পদেৰে প্ৰসিদ্ধ আছিল যিটো কথা সেই সময়ৰ শাসকবৰ্গই ভাল পোৱা নাছিল। মায়ামৰা সত্ৰৰ একেশ্বৰবাদী শিষ্যসকলৰ গুৰুৰ প্ৰতি অচলা ভক্তি আছিল। এনে কথাত

বিতুষ্ট হৈ অথবা গুৰু ভক্তিৰ প্ৰমাণ চাবৰ বাবে সেই সময়ৰ আহোম ৰজা প্ৰতাপসিংহই ডিঙিৰ সমান ওখকৈ বাটত পথালিকৈ চিকমিকাই থকা হেংদান (তৰুৱাল) ওলোমাই ৰাখি তেওঁৰ ৰাজসভাৰ বিষয়া মায়ামৰা সত্ৰৰ শিষ্য লাকু বৰপাত্ৰ গোহাঁই, গুইমেলা, সোলা বৰগোহাঁই, নেওগ ফুকন আৰু অন্য এজন মৰাণ বিষয়াক মূৰ তললৈ নকৰাকৈ ঘোঁৰা চেকুৰাই সেইফালে যাবলৈ আদেশ দিলে। ৰজাৰ এনে আদেশ পাই নেওগ ফুকন আৰু গুই মেলাই নিজৰ উচ্চশিৰ অৱনত নকৰি তৰুৱালৰ আঘাটত মৃত্যুবৰণ কৰিলে। বাকী দুজনো হাঁহি মুখেৰে ধৰ্মৰ নামত প্ৰাণত্যাগ কৰিবলৈ ঘোঁৰাত উঠিল। কিন্তু ৰজাই বাকী দুজনক এনে কাৰ্য্যৰ পৰা বাৰণ কৰি তেওঁলোকৰ অচলা গুৰু ভক্তিক স্বীকাৰ কৰি ল'লে। অন্য এবাৰ স্বৰ্গদেউ জয়ধ্বজ সিংহই তেওঁৰ পিতৃ চুত্যনফা নৰীয়া ৰজাৰ শ্ৰাদ্ধ পাতি তালৈ বিভিন্ন সত্ৰাধিকাৰসকলক নিমন্ত্ৰণ কৰিছিল। ৰজাৰ নিমন্ত্ৰণ পাই মোৱামৰীয়া মহন্তদেৱে অন্যান্য সত্ৰাধিকাৰ সকলতকৈ বহু বেছি তাৰ ভেটি, লগুৱা-লিকচৌ লৈ আহোম ৰাজসভালৈ আহি নিজৰ প্ৰতিপত্তি ঐশ্বৰ্য্য দেখুৱাই যোৱা কাৰ্য্যত তাৰোপৰি গোসায়ে কৰা মন্তব্য "আন মহন্ত সকলৰ প্ৰভাৱ আৰু ক্ষমতা মোৰ লগত তুলনাৰ যোগ্য নহয়। মোৰ একমাত্ৰ সমকক্ষ হ'ল ইন্দ্ৰবংশীয় আহোম স্বৰ্গদেউহে।" স্বৰ্গদেউ জয়ধ্বজ সিংহই বিতুষ্ট হৈ গুৰুজনাক হত্যা কৰোৱায়। ৰজাৰ এনে অমানৱীয় কাৰ্য্যত মোৱামৰীয়া শিষ্যসকল বিদ্ৰোহী হৈ পৰি— "মৰি যাওঁ মাৰি যাওঁ গুৰুৰ ঋণ শুজি যাওঁ।" আপ্ত বাণীৰে সন্মুখ সংগ্ৰামৰ বাবে প্ৰতিজ্ঞাবদ্ধ হ'ল।

স্বৰ্গদেউ গদাধৰ সিংহ গোড়া শাক্ত আছিল আৰু তেওঁ বৈষ্ণৱ সত্ৰসমূহৰ প্ৰতিপত্তি ভাঙিবৰ বাবে বৈষ্ণৱ নিপীড়ন চলাইছিল —সত্ৰৰ সা-সম্পত্তি বাজেয়াপ্ত কৰাকে ধৰি সোণ ৰূপৰ মূৰ্তিবোৰ গলাই নষ্ট কৰিছিল। বৈষ্ণৱ ভকতসকলৰ বহুতকে হত্যা কৰিলে, বহুতকে ঘূণীয়া কৰিলে। আৰু বহুতক চেউনী, বচা আদি আওহতীয়া ঠাইলৈ পঠালে। আকৌ বহুতো কেবলীয়া ভকতক ধৰি আনি কামত লগোৱাৰ লগতে কাম-বন নকৰা একশ্ৰেণীলোকৰ দ্বাৰা শিৱসাগৰ জিলাত থকা 'ধোদৰ আলি' নিৰ্মাণ কৰোৱালে। গদাধৰ সিংহৰ পুত্ৰ ৰুদ্ৰসিংহই ৰজা হোৱাৰ পাছত এই বৈষ্ণৱী নিৰ্যাতন বন্ধ কৰে যদিও মোৱামৰীয়া সত্ৰৰ অধিকাৰ বৈকুণ্ঠদেৱৰ ভাতৃ চতুৰ্ভূজক ৰাজসভালৈ মতাই আনি অপমান কৰি তাৰ পৰা খেদি পঠায়। স্বৰ্গদেউ শিৱসিংহৰ দিনত (১৭১৪-৪৪) বৰৰজা ফুলেশ্বৰী কুঁৱৰীয়ে ৰাজকীয় দুৰ্গা পূজালৈ মোৱামৰীয়া মহন্তকে আদি কৰি বহুতো অন্যান্য মহন্ত, মেধিক আমন্ত্ৰণ কৰি আনি পূজাৰ মাহতে বলি কটা তেজৰ ফোট লৈ দেৱীক সেৱা কৰিবলৈ বাধ্য কৰিছিল। একনিষ্ঠ বৈষ্ণৱ সত্ৰাধিকাৰ

মোৱামৰীয়া মহন্তদেৱে এই কথাত অতি দুখ পাইছিল। তেৰাৰ শিষ্যগণ উত্তেজিত হৈ পৰি তেতিয়াই ৰাজবিদ্ৰোহৰ বাবে গুৰুজনাৰ আজ্ঞা বিচাৰিছিল যদিও গুৰুজনাই তেতিয়াই তেনে আজ্ঞা দিব নিবিচাৰি সুযোগৰ বাবে অপেক্ষা কৰিবলৈ শিষ্যসকলক উপদেশ দিলে। মোৱামৰীয়া বিদ্ৰোহৰ তৎকালীন কাৰণ হিচাপে কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ কাৰ্য্যকলাপ আৰু অহংকাৰেই মুখ্য ভূমিকা ল'লে। এবাৰ স্বৰ্গদেউ আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই নাৱেৰে ফুৰিবলৈ যাওঁতে মায়ামৰা সত্ৰৰ কাষ পোৱাত ৰজাক যথাৰীতি সন্মান প্ৰদৰ্শন কৰিলে, কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাত মহন্তদেৱে তেনে সন্মান প্ৰদৰ্শন নকৰাত বৰবৰুৱাই ৰজাৰ সন্মুখতে মোৱামৰীয়া অধিকাৰ মহন্তক নানা ককৰ্থনা কৰিলে। কিছুদিনৰ পিছত অন্য এক ঘটনা সংঘটিত হ'ল। সেইবাৰ মৰাণসকলৰ নেতা হাতীচুঙ্গী খেলৰ নাহৰ খোৱা শইকীয়া আৰু ৰাঘ নেওগে ৰজাঘৰত বছেৰেকীয়া হাতী সোধাবৰ বাবে হাতী আনিছিল। কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই হাতী কেইটাত নানানটা খুত উলিয়াই দুয়োজন নেতাক অপমান কৰিলে। ৰাঘ নেওগক ২০ কোব মৰোৱাৰ লগতে নাহনখোৱা শইকীয়াক কান কাটি পঠিয়াই দিলে। নাহৰ খোৱা শইকীয়া আৰু ৰাঘ নেওগে তেওঁলোকৰ গুৰু মোৱামৰীয়া মহন্তৰ ওচৰলৈ গৈ সকলো কথা তেওঁৰ আগত প্ৰকাশ কৰাত মহন্তদেৱ অতি দুঃখিত হ'ল আৰু প্ৰজাসৱে বিচাৰি থকা আজ্ঞা এইবাৰ দিয়াৰ মনস্থ কৰিলে। মোৱামৰীয়া মহন্ত অষ্টভূজদেৱৰ পুত্ৰ গাগিণি বায়নে নিজ শক্তিৰ উমান ল'বলৈ যোৰহাটৰ মালৌ পথাৰৰ 'দ' ঠাই এটুকুৰাত সত্ৰ স্থাপন কৰিব বুলি কৈ প্ৰত্যেকজন শিষ্যকে সেই ঠাইত এচপৰাকৈ দিবলৈ কোৱাত তাত এটি বিশাল ভেটি। বৰভেটিৰ সৃষ্টি হ'ল। এই ভেটিৰ আয়তনৰ পৰাই মোৱামৰীয়া শিষ্য সংখ্যা ৮ লাখৰ ওচৰত হ'ব বুলি পতিয়ন গৈ মোৱামৰীয়া মহন্ত অষ্টভূৰ্জদেৱে এক নিৰ্দিষ্ট সীমাৰেখাৰে সৈতে যুদ্ধ কৰিবলৈ আনুষ্ঠানিক আজ্ঞা ঘোষণা কৰিলে। গোসাই প্ৰভুৰ আজ্ঞা পাই ১৭৬৯ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত মোৱামৰীয়া মহন্তৰ পুতেক বাঙ্গনৰ নেতৃত্বত প্ৰায় ৭০০০ সৈন্যৰ এটা বাহিনী যুদ্ধৰ বাবে সাজু হ'ল। ইতিমধ্যে স্বৰ্গদেউ ৰুদ্ৰসিংহই সিংহাসনৰ পৰা বঞ্চিত হোৱা তৃতীয় পুত্ৰ মোহনমালা গোহাঁয়েও অসংখ্য অনুগামীৰ সৈতে বিদ্ৰোহী দলত যোগ দি বিদ্ৰোহীসকলক দুগুনে উৎসাহিত কৰি তুলিলে। নাহৰ খোৱাৰ দুই পত্নী ৰাধা আৰু ৰুক্মিণীৰ নেতৃত্বত মহিলা ৰণুৱা দল গঠিত হৈ ৰণচণ্ডিৰ মূৰ্তি ধৰি যুদ্ধ কৰিবলৈ সাজু হ'ল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই আগুৱাই অহা এই বিদ্ৰোহী বাহিনীক ভেটিবলৈ এদল ৰাজকীয় সৈন্য পঠাইছিল যদিও মোৱামৰীয়াৰ অসংখ্য সৈন্য বাহিনীৰ আগত মুঠেও তিষ্ঠিব নোৱাৰি দশোদিশে পলায়ন কৰিলে। অন্যহাতে ৰাধা-ৰুক্মিণীৰ অসামান্য যুদ্ধই ৰাজকীয় সৈন্যক

বিবুধিত পেলালে। ৰাজকীয় সৈন্য বাহিনীৰ মাজত জনৰৱ উঠিল যে "ৰাধা-ৰাক্মিণী মানৱী নহয়, কোনোৱে দেৱীহে, তেওঁলোকে আচল পাতি বন্দুকৰ গুলি ধৰে।" যি কি নহওক অতি কম আয়াসতে মোৱামৰীয়াসকলে ৰাজধানী ৰংপুৰ দখল কৰে। স্বৰ্গদেউ লক্ষ্মীসিংহক জয়দৌলত বন্দী কৰি থয় আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাক বন্দী কৰি তেওঁক পুত্ৰসহ হত্যা কৰিলে। পাছত মোৱামৰীয়া সকলে আলোচনা কৰি নাহৰৰ পুত্ৰ ৰমাকান্তক ৰজা পাতিলে আৰু ৰাঘৱ বৰবৰুৱা হয়। ৰজা ৰমাকান্তৰ নামত মোৱামৰাসকলে ন চুকীয়া মোহৰ মৰালে। ৰাঘই ৰাজেশ্বৰ সিংহৰ মণিপুৰী ৰাণী কুৰঙ্গনয়নীক নিজ ভাৰ্য্যাৰূপে ল'লে। বিদ্ৰোহীসকলে প্ৰায় পাঁচ মাহ কাল শাসন চলোৱাৰ পাছতো কিন্তু তেওঁলোকে প্ৰজাৰ অন্তৰ জয় কৰিব পৰা নাছিল। প্ৰজা সাধাৰণৰ অনুভূতিৰ বুজ লৈ অপসাৰিত ডা-ডাঙৰীয়াসকলে পুনৰ সংগঠন মজবুত কৰিবলৈ ধৰিলে। ইতিমধ্যে প্ৰথম বহাগ বিহু আহিল। বিহু মোৱামৰীয়াসকলৰ প্ৰধান আৰু প্ৰিয় উৎসব। সেয়েহে বহুতো মোৱামৰীয়াই বিহুত ঘৰলৈ যাবলৈ ৰাজকীয় অনুমতি পোৱাত ঘৰাঘৰি গ'ল। ৰজা ৰমাকান্ত আৰু বৰবৰুৱাই ৰাঘবৰ লগত অলপ সংখ্যক লোকহে পহৰা দি থাকিল। এই সুযোগ গ্ৰহণ কৰি ৰজাঘৰীয়া লোকসকলে হুচৰি গোৱাৰ চলেৰে ৰাঘবৰ ঘৰত উপস্থিত হৈ হুচৰি পৰিৱেশন কৰিবলৈ ধৰিলে। পৰম্পৰা অনুসৰি ৰাঘ বৰবৰুৱাই আঁঠুলৈ ৰাইজক সেৱা জনাব খোজোতেই ৰাজেশ্বৰ সিংহৰ ৰাণী কুৰঙ্গনয়নীৰে পাচফালৰ পৰা দাৰে ঘপিয়াই ৰাঘক বগৰাই দিলে। তেতিয়া বাকীবিলাকে ৰাঘক গবামাৰি হত্যা কৰিলে আৰু ৰজা ৰমাকান্ত, নাহৰ আদিকো আক্ৰমণ কৰি হত্যা কৰিলে। ৰাজধানী ৰংপুৰ পুনৰ আহোমৰ হস্তগত হ'ল, স্বৰ্গদেউ লক্ষ্মীসিংহক পুনৰ জয়দলৰ পৰা মোকলাই আনি ৰজা পাতিলে। সিংহাসন লাভ কৰাৰ পিছত মোৱামৰীয়া মহন্ত আৰু পুত্ৰ বাঙ্গনক ধৰি আনি হত্যা কৰে। এনেকৈয়ে মোৱামৰীয়া প্ৰথম বিদ্ৰোহৰ অন্ত পৰে।

## দ্বিতীয় মোৱামৰীয়া বিদ্ৰোহ

লক্ষ্মীসিংহৰ মৃত্যুৰ পিছত পুতেক গৌৰিনাথ সিংহই ৰাজপাটত আৰোহণ কৰাৰ পাছত পুনৰ মোৱামৰীয়াসকলৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিছিল। ১৭৮৩ খ্ৰীষ্টৰ এপ্ৰিল মাহৰ ২১ তাৰিখে ৰাতি স্বৰ্গদেৱে মাছ মাৰি সদলবলে আহি আছিল। মোৱামৰীয়া সকলে আন্ধাৰৰ সুযোগ গ্ৰহণ কৰি ৰাজকীয় দলৰ লগত মিলি গৈ ৰাজধানী গড়গাঁৱত প্ৰৱেশ কৰিলে। ৰাজধানীত মোৱামৰীয়াসকলে প্ৰৱেশ কৰাৰ পাছতে হঠাৎ গড়গাওঁ আক্ৰমণ কৰি ৰজাৰ পালি পহৰীয়া বহুতকে হত্যা কৰি শিঙৰি ঘৰত জুই লগাই দিলে। স্বৰ্গদেৱে

কোনো মতেহে হাতীত উঠি ৰাজপ্ৰসাদ পালেগৈ। যি কি নহওক ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াই অতি তৎপৰতাৰে বিদ্ৰোহীবোৰক পৰাভূত কৰি ৰাজধানীৰ পৰা খেদি পঠিয়াবলৈ সক্ষম হ'ল।১৭৮৩ খ্ৰীষ্টত জুন মাহত ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু হোৱাত তেওঁৰ অতি সুযোগ্য পুত্ৰ পূৰ্ণানন্দ বুঢ়াগোহাঁই হৈ তেওঁ বিদ্ৰোহীবিলাকৰ প্ৰতি সদ্ ব্যৱহাৰ কৰি বশ কৰিবৰ বাবে ৰজা গৌৰিনাথ সিংহক উপদেশ দিছিল যদিও ৰজাই এই পৰামৰ্শ গ্ৰহণ নকৰিলে। বৰং ৰজাই মোৱামৰীয়াসকলক সবংশে নিধন কৰাৰহে কঠোৰতম আদেশ জাৰি কৰে। ৰজাৰ এনে কঠোৰতাৰ বাবে মোৱামৰীয়াসকলে কিছুদিন ছোপ হৈ থাকিবলৈ বাধ্য হ'ল।

## তৃতীয় মোৱামৰীয়া বিদ্ৰোহ

১৭৮৬ খ্ৰীষ্টত জাপৰিভিটা নামৰ ঠাইত হৰিহৰ তাঁতীৰ নেতৃত্বত ভাল্লেমান মোৱামৰীয়া একেলগ হৈ পুনৰ ৰজাঘৰৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এয়াই তৃতীয় মোৱামৰীয়া বিদ্ৰোহ। মোৱামৰীয়াসকলে মাজুলীত সোমাই গড়মূৰ সত্ৰ অধিকাৰ কৰিলে। ইতিমধ্যে বিদ্ৰোহী দমনৰ বাবে ৰজাঘৰীয়া সৈন্য পঠোৱা হ'ল যদিও বিদ্ৰোহীৰ হাতত তেওঁলোক বেয়া ধৰণে পৰাস্ত হ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ নেতৃত্বত হোৱা সৈন্য দলেও শগুণমূৰীত হোৱা এক ভয়াবহ যুদ্ধত পৰাজিত হৈ ৰংপুৰলৈ পিছুৱাই আহিবলৈ বাধ্য হ'ল। বুঢ়াগোহাঁয়ে অৱশ্যে ৰংপুৰ ৰক্ষা কৰি থাকিবলৈ সক্ষম হৈছিল। গৌৰিনাথ সিংহই বুঢ়াগোহাঁইৰ সাহায্যাৰ্থে পঠোৱা পানীফুকনৰ নেতৃত্বত ১৩০০০ সৈন্য বিদ্ৰোহীসকলৰ আক্ৰমণত পৰাজিত হ'ল। পাছত বিদ্ৰোহীসকলে ৰাজধানী ৰংপুৰ অধিকাৰ কৰে। বুঢ়াগোহাঁই পলাই কাজিৰঙা পালেগৈ। ১৭৯০ খ্ৰীষ্টত বুঢ়াগোহাঁয়ে যোৰহাটত গড় সাজে। গৌৰীনাথ সিংহই গুৱাহাটীৰ পৰা কিছুমান বঙালী সৈন্য বুঢ়াগোহাঁইৰ সাহাৰ্য্যৰ বাবে পঠাই যদিও মোৱামৰীয়াসকলে তেওঁলোককো যুদ্ধত পৰাজিত কৰে। তথাপিতো পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ প্ৰবল প্ৰতিৰোধৰ বাবে মোৱামৰীয়াসকল অগ্ৰসৰ হ'ব পৰা নাছিল। ইতিমধ্যে অন্যহাতে ৰংপুৰত বিদ্ৰোহীসকলে ভৰত সিংহ আৰু বেংমৰাত সৰ্বানন্দ সিংহক ৰজা পাতি উজনি অসমত শাসন চলাবলৈ ধৰে। এইদৰে দীৰ্ঘকাল ব্যাপী মোৱামৰীয়া বিদ্ৰোহ চলি থকাত ৰাজ্যৰ অৱস্থা বৰ শোচনীয় হৈ পৰে। কিন্তু ইমানৰ মাজতো পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই "সেইবেলা মহামন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াই পখীয়ে যেনেকৈ শিশুটিকে পখাৰে আবৰি ৰাখে—সেইৰূপে ৰক্ষা কৰিছিল।"

প্ৰজাসাধাৰণক আকৃষ্ট কৰি ৰাখিছিল সেয়ে নোহোৱা হ'লে বহু প্ৰজাই মুকলিকৈ মোৱামৰীয়া বাহিনীত যোগ দিলেহেঁতেন। গৌৰীনাথ সিংহই অৱশেষত কোনো উপাই নাপাই সেইসময়ৰ ভাৰতৰ বৃটিছ গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্ণৱালিচৰ সহায় ভিক্ষা কৰিলে। লৰ্ড কৰ্ণৱালিচে তেতিয়া গৌৰীনাথ সিংহৰ সাহাৰ্যাৰ্থে কেপ্তেইন ওৱেলচৰ অধিনত ইংৰাজ সৈন্য পঠাই দিয়ে (১৭৯২ খ্ৰীঃ)। ১৭৯৪ খ্ৰীষ্টত ইংৰাজ সৈন্য উজনিলৈ যাত্ৰা কৰে আৰু ওৱেলচে নগাঁৱৰ কলিয়াবৰৰ পৰা বুঢ়াগোহাঁইৰ সহায়ৰ কাৰণে এদল সৈন্য পঠাই দিয়ে। সেই সময়ত বুঢ়াগোহাঁই যোৰহাটত আছিল আৰু তাৰে ওচৰতে আছিল মোৱামৰীয়া সকলৰ গড়। পাছত ইংৰাজ সৈন্যৰ সৈতে ঘোৰতৰ যুদ্ধতো মোৱামৰীয়াসকল সৈমান নোহোৱাত অধিক ফৌজ লৈ ওৱেলচে কলিয়াবৰৰ পৰা আগবাঢ়ি আহি মোৱামৰীয়াৰ সৈতে যুদ্ধ দিয়ে। যুদ্ধত সু-শিক্ষিত পশ্চিমীয়া সৈন্যৰ হাতত থকা অত্যাধুনিক অস্ত্ৰ-শস্ত্ৰৰ আগত মোৱামৰীয়াসকল তিষ্ঠিব নোৱাৰিলে আৰু কেপ্তেইন ওৱেলচে যোৰহাট আৰু ৰংপুৰ অধিকাৰ কৰি গৌৰীনাথ সিংহক পুনৰ সিংহাসনত বহুৱায়। তাৰ পাছতে ইংৰাজ সৈন্য অসমৰ পৰা গুচি যায়। গৌৰীনাথ সিংহই ৰজা হোৱাৰ পাছত আৰু ইংৰাজ সৈন্য অবিহনে ৰংপুৰত থকাটো বিপদজনক বুলি ভাবি ৰাজধানী যোৰহাটলৈ স্থানান্তৰিত কৰে। ৰজা আৰু ডা-ডাঙৰীয়াসকল যোৰহাটলৈ গুচি যোৱাত ৰংপুৰ পুনৰ মোৱামৰীয়াসকলে হস্তগত কৰে। ইতিমধ্যে ১৭৯৫ খ্ৰীষ্টত গৌৰীনাথ সিংহৰ মৃত্যু হোৱাত কমলেশ্বৰ সিংহ আহোম ৰাজসিংহাসনত আৰোহণ কৰে (১৭৯০-১৮১০ খৃঃ)। কমলেশ্বৰ সিংহৰ দিনত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই ৰাজ্যত শান্তি প্ৰতিষ্ঠাৰ বাবে অহৰহ প্ৰচেষ্টা চলাব ধৰিলে। ১৮০৫ খ্ৰীষ্টত ডিব্ৰু নদীৰ পূবে বেংমৰাত মোৱামৰীয়াসকলে সৰ্বানন্দ সিংহৰ নেতৃত্বত পুনৰ এক জোৰদাৰ বিদ্ৰোহৰ সূচনা কৰিলে। চিংফৌ সকলৰ জৰিয়তে মোৱামৰীয়াসকলে এইবাৰ দুবাৰকৈ ব্ৰহ্মদেশৰ পৰা মান সৈন্য পৰ্যন্ত আনিছিল। চতুৰ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই মান সেনাৰ সেনাপতিসকলক প্ৰচুৰ পৰিমাণে ভাৰভেটি দি তেওঁলোকক নিৰপেক্ষ ভূমিকা ল'বলৈ বাধ্য কৰোৱাই নহয় ওভোটাই পঠাবলৈও সক্ষম হৈছিল। মোৱামৰীয়াসকলে শক্তিশালী মান সৈন্যৰ সহায় পোৱা দেখি বুঢ়াগোহাঁই ডাঙৰীয়াই মোৱামৰীয়াসকলৰ লগত যুদ্ধৰ পৰিৱৰ্তে শান্তিৰ প্ৰস্তাৱ আগবঢ়াই বুজা-পৰালৈ আহিবলৈ স্থিৰ কৰিলে। পাছত দুয়ো পক্ষৰ মাজত কেইবালানিও আলোচনাৰ পাছত এখন চুক্তিৰ জৰিয়তে যুদ্ধ সামৰা হয়। সেই চুক্তি অনুসৰি মৰাণসকলৰ নেতা সৰ্বানন্দক বৰসেনাপতি উপাধি বিভূষিত কৰাৰ উপৰিও ব্ৰহ্মপুত্ৰ আৰু দিহিঙৰ মাজৰ অঞ্চলটোক

স্বতন্ত্ৰৰীয়াকৈ শাসন কৰিবলৈ এৰি দিলে। পাছত সেই খণ্ডই মটকৰাজ্য নামে জনাজাত হৈ পৰিল। সৰ্বানন্দ সিংহৰ স্বাধীন মটক ৰাজ্যৰ স্বাধীন ৰজা হিচাপে স্বৰ্গদেউ উপাধি লোৱাৰ উপৰিও মুদ্ৰা মৰোৱাইছিল। এনেদনেই মৰাণ মোৱামৰীয়াসকলে নিজাকৈ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ বা ৰাজনৈতিক অধিকাৰপ্ৰাপ্ত হৈ তেওঁলোক সন্তুষ্ট হৈ মোৱামৰীয়া বিদ্ৰোহৰ পৰিসমাপ্ত ঘটালে। এখন নতুন মটক ৰাজ্যৰ জন্ম হ'ল। সৰ্বানন্দ সিংহৰ মৃত্যুৰ পিছত ক্ৰমান্বয়ে মাটিবৰ বৰসেনাপতি ভগীৰথ মাজু গোহাঁই আদি ৰজাসকলে ১৮৩৯ চন পৰ্যন্ত ৰাজ্য শাসন কৰি থাকিল। ১৮৩৯-৪২ খ্ৰীষ্টত মটক ৰাজ্য বৃটিছ চৰকাৰে বলপূৰ্বক ভাৱে নিজ ৰাজ্যত চামিল কৰে। □

# মটক ৰাজ্য

১৮০৫ খ্ৰীষ্টত সৰ্বানন্দ সিংহ প্ৰতিষ্ঠিত আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁই স্বীকৃত ৰাজ্যখণ্ডৰ নামেই হ'ল 'মটক ৰাজ্য'। সৰ্বানন্দ সিংহ প্ৰতিষ্ঠিত অথবা অতীজৰ লোহিতৰ উজনিখণ্ডত বসবাসকাৰী লোকসকলক 'মটক' (চিংফৌ ভাষাৰ অৰ্থত বলবান—শক্তিশালী) বোলা হৈছিল আৰু কালক্ৰমত শক্তিশালী যুঁজাৰু লোক সকলে শাসন কৰি থকা এই খণ্ডকেই মটকখণ্ড হিচাপেই প্ৰসিদ্ধি লাভ কৰে। মটক ৰাজ্য হিচাপে পৰিচিত ইয়াৰ সীমা হৈছে পূবে ন-দিহিং, দক্ষিণে বুঢ়ীদিহিং, পশ্চিম বা উত্তৰ সীমাত ন-ডাও কি বা লুইত পৰ্যন্ত আছিল। ইমপেৰিয়েল গেজেটিয়াৰ অব ইণ্ডিয়াত মটক ৰাজ্যৰ অৱস্থিতি ন-দিহিং, ব্ৰহ্মপুত্ৰ আৰু দক্ষিণৰ পৰ্বতমালাৰ মাজৰ খণ্ড আছিল বুলি ঠাবৰ কৰে। ..........."The area between the Noa-Dihing, the Brahmaputra and the mountain ranges in the South, viz, the entire area of the erstwhile Lakhimpur district on the South Bank of the Brahmaputra was known as the Matak kingdom (Imperial Gazetter of India, Eastern Bengal & Assam, 1909, P. 591). সু-প্ৰসিদ্ধ বৃটিছ বুৰঞ্জীবিদ E. A. Gait চাহাবেও তেখেতৰ অসম বুৰঞ্জীত কৈছে ".........The tract which lay to the South & Sadiya, in the angle between the Brahmaputra and the Burhi Dihing, and was chiefy inhabited by persons of the Moamaria sect, was governed by a chef called the Barsenapati. His Capital was almost in the centre of his juridiction at Rangagora on the Dibru river." অৰ্থাৎ শদিয়াৰ দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিঙৰ মাজত ঠাইখণ্ডতেই মোৱামৰীয়াসকলে বৰসেনাপতিৰ নেতৃত্বত বসবাস কৰিছিল। ডিব্ৰু নদীৰৰ পাৰৰ ৰঙাগড়াতেই তেওঁলোকৰ ৰাজধানী গঢ়ি উঠিছিল। মটক ৰাজ্যৰ মুঠ মাটিকালি আছিল ১৮০০ বৰ্গ মাইল (১১,৫১,০০০ একৰ)। বুৰঞ্জীবিদ প্ৰেমবাৰটনৰ মতে মটক ৰাজ্যত ১০,০০০ (দহ হাজাৰ) ঘৰ আৰু ২৫ হাজাৰ মানুহ আছিল। অৱশ্যে পাছত চুবুৰীয়া পুৰন্দৰ সিংহৰ ৰাজ্যৰ পৰা প্ৰব্ৰজন ঘটাত মটক ৰাজ্যৰ জনসংখ্যা ১ (এক) লাখৰো অধিক হৈছিল। অৱশ্যে কোনো কোনোৰ মতে জনসংখ্যা ৯৬,০০০ জন আছিল বুলিও কয়। সৰ্বানন্দ সিংহই প্ৰথমতে মটক ৰাজ্যৰ ৰাজধানী ৰঙাগড়াত পাতিছিল যদিও ই

আছিল এক অস্থায়ী ব্যৱস্থা। এই ৰঙাগড়া তিনিচুকীয়াৰ উত্তৰ দিশে অৱস্থিত আছিল আৰু ই তিনিচুকীয়া নগৰৰ পৰা ৫ কিঃমিঃ দূৰত অৱস্থিত আছিল। কিন্তু ১৭৯১ খ্ৰীষ্টত সৰ্বানন্দই ১৭৮৮ চনত প্ৰতিষ্ঠা কৰা ৰঙাগড়া ৰাজধানী এৰি ১৭৯১ খ্ৰীষ্টত বেংমৰালৈ (তিনিচুকীয়ালৈ) ৰাজধানী তুলি আনি ৰাজধানীত গড়, কাৰেংঘৰ, চৰাঘৰ, মেলঘৰ আদি সজোৱাৰ উপৰিও ৰাজ্যৰ সীমাৰ বাবে শিল আদিও পুতিছিল।

"সাজিয়া নগৰ বিচিত্ৰ সুন্দৰ
চতুপাৰ্শে মাৰি গড়।
বহুল খাহয় খান্দি ঠাই ঠাই
উৎকৃষ্ট গড় বিস্তৰ।।
দেখি শুশোভন খলেয়ে গহন
মৎস্য কুৰ্ম লৈলা বাস।
তাহান ভিতৰ আছে খাৰ ঘৰ
পৰ্বত যেন প্ৰকাণ্ড।।
কাৰোদ বাৰোদ মেল চৰাঘৰ
দেখি আতি শাৰী শাৰী।
ভাতাৰ অনেক আছয় প্ৰত্যেক
সব পূৰ্ণ ৰূপ ধৰি।" (চুকিৎচন্দ্ৰ বংশাৱলী)

মটক ৰাজ্যৰ ৰাজধানী বেংমৰাক আদিতে চাংমাই পথাৰ নামেৰেও জনাজাত আছিল। বেংমৰা নাম সম্বন্ধে বহু পণ্ডিতৰ বহু মত আছে। বুৰঞ্জীবিদ ৰাজকুমাৰৰ মতে মটক ৰাজ্যত এবাৰ অনাবৃষ্টি হোৱাত প্ৰজাগণৰ মাজত হাহাকাৰ লাগে। সেয়েহে সৰ্বানন্দ সিংহই এটা বৃহৎ পুখুৰী খন্দাইছিল যদিও পানীৰ পৰিবৰ্তে পানী বিচাৰি ফুৰা অসংখ্য বেং পৰি মৰি থকাত পুখুৰীৰ নামানুসাৰে ৰাজ্যৰ নামো বেংমৰা কৰা হ'ল। বেংমৰা পুখুৰী তিনিচুকীয়া ৪০২ নং দাগত আছে। অন্যহাতে বেংমৰা টাই শব্দ যাৰ অৰ্থ হ'ল মৰাণৰ আদি ঠাই (Original abode) আৰু বেংমৰাত হাতীচুঙ্গী মৰাণৰ চিহ্ন থকাৰ বাবেই বেংমৰা পুখুৰী খন্দোৱাৰ দিহা কৰা হৈছিল। এনেকৈয়ে বেংমৰা সম্বন্ধে কেইবাটাও মত প্ৰচলিত আছে। যায় হওক চমুকৈ ক'ব হ'লে—উত্তৰে ডফলা পৰ্বত, দক্ষিণে শিৱসাগৰ জিলাৰ দিচাং নৈলৈকে পূৱে উত্তৰ পূব সীমান্ত অঞ্চল আৰু পশ্চিমে উত্তৰ লক্ষ্মীমপুৰ মহকুমাৰ (আগৰ মতে) মাজৰ ঠাইখণ্ডই হ'ল—'মটক ৰাজ্য'। বৃটিছ সকলে মটক ৰাজ্যখন দুভাগত ভগাইছিল—উজনি মটক খণ্ড আৰু নামনি মটক খণ্ড (upper Matak & lower Matak)। ডাঙৰী আৰু

ডিব্রু নদীৰ মাজত অৱস্থিত ঠাইখণ্ডত মৰাণসকলে বসবাস কৰিছিল আৰু নামনি খণ্ডত মটকসকলে বসবাস কৰিছিল। নামনিৰ যি খণ্ডত মৰাণসকলে বসবাস কৰিছিল তাৰ উল্লেখযোগ্য ঠাইসমূহ হ'ল—বৰচকৰী (Barchakari), সৰুচকৰী (Saruchakari), কচুজান (Kachujan), হোলোংগুৰি (Hulungaguri), গুইজান (Guijan), দেবমালী (Deomali), বথৈজান (Bothajan), মাজুলীগঞা (Majuligaya), বিচাকুপি (Besakhopi)।

"The British sources divide the Matak kingdom into two Districts—Upper Matak and Lower Matak. Upper Matak was inhabited by the Morans. This tract was situated between the Dangari and the Dibru rivers. The Morans inhabited a portion of Lower Matak as well, imediately to the South bank of the Dibru. Some of the important places of this area were Barchakari, Saruchakari, Kachujan, Hulungaguri, Guijan, Deomali, Bothojan, Jengangaya, Majuligaya, Beechakhopi and others, most of which are now tea estates and still known as such. Lower Matak lies between the Buri Dihing and the Brahmaputra covering an area of about 432, 124 acres, excluding the chores of the Brahamputra. It was mainly inhabited by members of the Matak community excluding the Morans. In course of time, immigrants from other parts ot Assam, who were followers of the Brahminical Satras came and settled in this area. They were called Bamuniyas by the Local People."

[The Mataks and their kingdom castes and tribes of Assam by S. Dutta, P—188-189] □

# সৰ্বানন্দ সিংহ

মটক ৰাজ্যৰ অভ্যুত্থানৰ লগত জড়িত ৰজা গৰাকীৰ নামেই হ'ল সৰ্বানন্দ সিংহ। আচলতে তেওঁৱেই হৈছে উক্ত ৰাজ্যৰ প্ৰথম আৰু প্ৰতিষ্ঠাপক ৰজা। সৰ্বানন্দৰ দেউতাকৰ নাম আছিল মৰৎনন্দন আৰু তেওঁ ঐতিহাসিক চুতীয়া ৰাজ্য অন্তৰ্গত শদিয়াৰ বাসিন্দা। চুতীয়া কুল উদ্ভৱ মৰৎনন্দন অথবা সৰ্বানন্দ সিংহৰ বংশ পৰিচয় মতে চুতীয়া বংশৰ আদি ৰজা হৈছে স্বৰ্গনাৰায়ণ। স্বৰ্গনাৰায়ণে সুদীৰ্ঘ ২৮ বছৰ কাল ৰাজত্ব কৰাৰ পাছত পুতেক হংসনাৰায়ণক ৰাজ্যভাৰ গতাই স্বৰ্গী হয়। হংসনাৰায়ণৰ পুত্ৰ নীতিপাল; নীতিপালৰ পুত্ৰ অনীতিপাল; অনীতিপালৰ পুত্ৰ চন্দ্ৰচুড়, চন্দ্ৰচুড়ৰ পুত্ৰ ভীম, ভীমৰ দুই পুত্ৰ (১) ভীষ্মক, (২) বিশ্বকেতু। 'চুৎকিচন্দ্ৰ বংশাৱলী মতে কুন্দলিৰ ৰজা হয় ভীষ্মক আৰু বিশ্বনাথত ৰজা হয় বিশ্বকেতু। ভীষ্মকৰ দুই পুত্ৰ—ৰুক্মবাহু আৰু বীৰবাহুৰ পুত্ৰদ্বয় হৈছে কুন্তভোজ আৰু কুন্তী। বীৰবাহুয়ে কুন্তভূজক কুন্দিলত আৰু কুন্তীক সৌমাৰ খণ্ডত ৰাজঅধিষ্ঠিত কৰে।

> "জ্যেষ্ঠপুত্ৰ কন্তভূজ অতি ধৰ্মতৰ।
> নিজ কুন্দিলত সিটো ভৈলা নৰেশ্বৰ।।
> কনিষ্ঠ পুত্ৰক সিটো সৌমাৰ পীঠত।
> বিভাগ কৰিয়া ভূমি দিলন্ত পুত্ৰক।।"

আকৌ কুন্তভূজৰ পুত্ৰ বীৰসেন; বীৰসেনৰ পুত্ৰ মাধৱসেন; মাধৱসেনৰ পুত্ৰ মধু; মধুৰ পুত্ৰ হৰিদাস; হৰিদাসৰ পুত্ৰ ৰীতিবীজ; ৰীতিবীজৰ পুত্ৰ শম্ভুবৰ; শম্ভুবৰৰ পুত্ৰ জয়মালী; জয়মালীৰ পুত্ৰ অহিবৰ, কুশধ্বজ; কুশধ্বজৰ পুত্ৰ শিকবৰ; শিকবৰৰ পুত্ৰ ৰাতিবৰ; ৰাতিবৰৰ পুত্ৰ সিন্ধু; সিন্ধুৰ পুত্ৰ মৃত্যুঞ্জয়; মৃত্যুঞ্জয়ৰ পুত্ৰ মতিমান; মতিমানৰ পুত্ৰ মধুপুৰী; মধুপুৰীৰ পুত্ৰ মধুৰি; মধুৰিৰ পুত্ৰ মৰুৎনন্দন আৰু সৰ্পসিন্ধু; মৰুৎনন্দনৰ পুত্ৰই হৈছে মেজেৰা (সৰ্বানন্দ)। মৰুৎনন্দন আৰু সৰ্পসিন্ধুৰ পিতামহ মৃত্যুঞ্জয়ক সৰ্পদংশনত মৃত্যু হোৱাৰ ফলত সৰ্পসিন্ধুয়ে সৰ্প বিশাৰদ হৈ সাপ ধৰি ডিঙিত আৰি লৈ ফুৰি তাৰ পোটক তুলিছিল। অন্যহাতে মৰৎনন্দন এজন পৰম ধাৰ্মিক লোক আছিল আৰু তেওঁ তেওঁৰ দেউতাক মধুৰিৰ পৰামৰ্শ অনুসাৰে চাতুৰা নামৰ দৰিদ্ৰ এজন লোকৰ পাতয় নামৰ সুলক্ষণযুক্তা কন্যা গৰাকীক বিয়া কৰায় আৰু যথাসময়ত মৰৎনন্দনৰ ঔৰষত আৰু পাতয়ৰ গৰ্ভত মেজেৰাৰ জন্ম হয়। মেজেৰাৰ জন্মৰ

পাচৰ পৰাই ঘৰখনৰো শ্ৰীবৃদ্ধি হয়; অন্যহাতে পুত্ৰৰ সুলক্ষণ দেখি মাক-দেউতাক অতি আনন্দিত হয়। সৰ্বানন্দ সিংহৰ বাল্যকাল সম্বন্ধে বংশাৱলী বৰ্ণিত মতে ৰাজেশ্বৰ সিংহই তেওঁৰ ৰাজত্বকালত (১৭৬১-১৭৬৯ খ্ৰীষ্ট) প্ৰজাসকলৰ দ্বাৰা ৰজাঘৰীয়া পুখুৰী আদি খন্দাইছিল আৰু তাৰ বাবে প্ৰয়োজন অনুসাৰে বিষয়াবৰ্গৰ দ্বাৰা মানুহ মকৰল কৰা হৈছিল। মেজেৰা পিতৃ মৰৎনন্দক এবাৰ তেনে কামৰ বাবে আনি কামত লগোৱা হয়। যিহেতু মেজেৰাৰ মাতৃ পাতয় মেজোৰাৰ কেঁচুৱা অৱস্থাতেই মৃত্যু হয় আৰু সেই সময়ত মেজেৰাৰ বয়স আছিল মাত্ৰ দুবছৰ; সেইবাবে দেউতাক মৰৎনন্দনে দুবছৰীয়া পুতেকক বোকোচাত বান্ধি পুখুৰী খান্দি থকা অৱস্থাত এদিন ৰজা ৰাজেশ্বৰ সিংহৰ প্ৰত্যক্ষ হয় আৰু তেনে দৃশ্যত অভিভূত হৈ ৰজাই মৰৎনন্দনক মতাই আনি তেওঁৰ আতিগুৰি লৈ আৰু ল'ৰাটিৰ শাৰীৰিক সুস্থতা আৰু সৌন্দৰ্যতা দেখি তেওঁক কামৰ পৰা অব্যাহতি দিলে। কামৰপৰা অব্যাহতি পোৱাৰ পাছত ঘৰৰ দুৰৱস্থাৰ বাবে ঘৰলৈ নগৈ এজন কছাৰী বুঢ়াৰ ঘৰত থাকিবলৈ লয়। মৰৎনন্দন অতি শক্তিশালী আৰু কাম-কাজতো পাৰ্গত আছিল। এবাৰ মৰৎনন্দনে কছাৰী বুঢ়াৰ সাতজন পুতেকৰ লগত ডাঠ হাবিত বাহ কাটিবলৈ গ'ল। পিছে ৭ জন পুতেকে ২/৪ ডাল বাহ কাটে মানে—মৰৎনন্দনে বাহ কাটিও ভুৰত বান্ধি শেষ কৰিলে। পাছত সেই ভুৰত বাহ উঠাই আনি ঘৰ পোৱালে আৰু মৰৎনন্দনৰ কামৰ তৎপৰতাত বিস্ময়াভিভূত হৈ সাতজন পুতেকে উক্ত কথা কছাৰী বুঢ়াক কোৱাত তেওঁ বিচুতি খাই মৰৎনন্দনক সমীহ কৰা হ'ল। লাহে লাহে মেজেৰা ডেকা হ'ল আৰু সুৰসেনৰ জীয়েক সুলভীৰ সৈতে বিবাহ সম্পন্ন হ'ল। সময়ত এটি পুত্ৰ সন্তানৰ জন্ম হয়—নাম ৰাখে মাটিবৰ। পাছত মেজেৰাই গোঁহাই অষ্টভুজ দেৱতাৰ শৰণ লয় আৰু গোসাঁই অষ্টভূজেও মেজেৰাক আশীৰ্বাদ দিয়ে।

"সৰ্বলোক পালিবেক দুখ কৰি অন্ত।
এতেকেহে দিলো গুৰু নাম সৰ্বানন্দ।।"

অন্যান্য শৰণ লোৱা সকল হ'ল—গোধা (গোপীনাথ), কাচিনলীয়া, (ডাঢ়নীগঞা), নাহৰ (ৰমাকান্ত), ৰাঘৱ (গয়পাণি), আহোমগঞা, গাগিনী বৰডেকা, হৰিহৰ তাঁতী, বাদল নেওগ, ভৰত সিংহ আদি।

মোৱামৰীয়া ৰাজত্বৰ অন্ত পেলাই যেতিয়া লক্ষ্মীসিংহই পুনৰ ৰাজ্য অধিকাৰ কৰিলে তেতিয়া ৰাজসৈন্যই মেজেৰাকো বন্দী কৰিছিল আৰু সেই বন্দীত্ব অৱস্থাতে বন্দীসকলৰ ওপৰত তেওঁলোকৰ ল'ৰা-ছোৱালী, পত্নীসকলৰ ওপৰত হোৱা অমানৱীয় নিৰ্যাতন দেখি মেজেৰা অতি বিদ্ৰোহী হৈ পৰিছিল আৰু

এদিন বন্দীশালৰ পৰা পলাই বিশ্বনাথৰ পৰিনাতি, তিনিজন সেনাপতি বিদুৰ, জয়নাথ, হৰিনাথ, লক্ষ্মীমপুৰৰ হৰিহৰ তাঁতী, গোপীনাথ আৰু গয়পাণিক প্ৰধান সেনাপতি পাতি ভাৰতসিংহ প্ৰমুখ্যে লগ হৈ সৰ্বানন্দ সিংহ আৰু হৰিহৰ তাঁতীৰ দলে নগৰ বেঢ়ি ৰজা গৌৰীনাথ সিংহক ৰাজধানী এৰি যাবলৈ বাধ্য কৰে। পাছত বিদুৰ, জয়নাথ বুঢ়াফুকন আদি উত্তৰ পাৰলৈ গ'ল। অন্যহাতে ভৰতসিংহই ৰংপুৰ ৰাজধীন দখল কৰে। পিছে মেজেৰাই নিজ পিতামহৰ ৰাজ্য সৌমাৰ খণ্ডলৈ আহে আৰু তেওঁৰ অনুগামীসকলে তেওঁক জোৰ দি ধৰাত সৌমাৰখণ্ডৰ ৰঙাগৰাত ১৭৮৮ চনত ৰাজধানী প্ৰতিষ্ঠা কৰে। মেজেৰাই পাছত বিশেষকৈ মায়ামৰা মহন্ত পিতাম্বৰ দেৱৰ পৰমাৰ্শ মতে স্বৰ্গদেউ উপাধি গ্ৰহণ কৰে আৰু নিজেও মেজেৰাৰ পৰিবৰ্তে সৰ্বানন্দ নামেৰে জনাজাত হয়। ৰঙাগৰাত ৰাজধানী পতাৰ পিছত তেওঁ পাভেই আৰু বৰুণী নামৰ দুগৰাকী লোকক বিয়া কৰে। ৰঙাগড়া ৰাজধানী অৱশ্যে স্থায়ীভিত্তিত গঢ় লৈ নুঠিল; অন্যান্য কিছুমান অসুবিধাবশতঃ সৰ্বানন্দই ৰাজধানী বেংমৰা (তিনিচুকীয়া) লৈ উঠাই আনিলে। In 1791 Sarbananda Singha finally abandoned Rangagora and established his permanent head quarters at Bengmara with the present town of Tinsukia. Archaeological remains still exist in the Tinsukia town".

(The Mataks & their kingdom by S. Dutta, P-189).

**শাসনকাল ঃ** ১৭৮৮ খ্ৰীষ্টত (১৭১০ শকত) স্বৰ্গদেউ সৰ্বানন্দ সিংহ ৰজা হৈ প্ৰথমতে ৰঙাগড়াত ৰাজধানী পাতে—ৰঙাগড়া আলি বন্ধায়; পিচত ১৭৯১ চনত বেংমৰা (তিনিচুকীয়া) লৈ ৰাজধানী তুলি আনি ৰাজধানীত গড়, কাৰেংঘৰ, চাংঘৰ, মেলঘৰ, ৰাজ্যৰ সীমা নিৰ্বাচনৰ বাবে শিল পোতা; তদুপৰি ৰাজ্য আৰু ৰাজধানী ভিতৰত ক্ৰমে বেংমৰা পুখুৰী, দা ধৰোৱা, গা ধুৱা, চালিধোৱা, মাহ ধোৱা, কেবাহি পুখুৰী, দেৱী পুখুৰী, তিনিচুকীয়া পুখুৰী খন্দাইছিল। তদুপৰি ৰঙাগড়া আলি, গোধা আলি, ৰাজগড় আলি, জয়পুৰ আদি আলিও বন্ধাই জনহিতকৰ কাৰ্যত ব্ৰতী হৈছিল। স্বৰ্গদেউ সৰ্বানন্দ সিংহই তেওঁৰ নিযুক্ত প্ৰধানমন্ত্ৰী গোধা বৰবৰুৱাৰ (গোপীনাথ) দ্বাৰা উক্ত পুখুৰীসমূহ খন্দাইছিল। উল্লেখযোগ্য যে বৰ্তমান অৱস্থিত তিনিটা চুক বা কোণ থকা তিনিচুকীয়া পুখুৰীৰ নামানুসাৰে বেংমৰা নগৰৰ নাম তিনিচুকীয়া হয় বুলি জনা যায়। এইজনা বিচক্ষণ প্ৰধানমন্ত্ৰীৰ পৰিচালনতাত পৰ্বতীয়া লোকৰ বহু আক্ৰমণ ওফৰাই পেলাব পাৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে শাসনৰ প্ৰথম অৱস্থাতে সৰ্বানন্দ সিংহই শদিয়াৰ অধিবাসী আৰু ন-দিহিঙৰ পূব পাৰে অৱস্থিত খামটি

আৰু ৬জন চিংফৌ গ্ৰাম আদিৰ পৰা যথেষ্ট বাধা পাইছিল। তেওঁলোকে ন দিহিং আৰু বুঢ়ীদিহিঙৰ পাৰৰ বহুতো বাসিন্দাৰ ওপৰত উৎপীড়ন চলাই হত্যা কৰিছিল। সৰ্বানন্দ সিংহই তেতিয়া চিংফৌ এটা অংশক হাত কৰি শদিয়াৰ বিদ্ৰোহৰ অন্ত পেলাইছিল। সৰ্বানন্দ সিংহৰ অনুগত এই চিংফৌসকলে সৰ্বানন্দ সিংহ আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সৈন্যদলৰ সৈতে হোৱা যুঁজতো অংশীদাৰী আছিল। সৰ্বানন্দ সিংহই ৰংপুৰৰ ৰজা ভৰত সিংহৰ লগতে ভাল সম্বন্ধ ৰাখিছিল আৰু কেপ্তেইন ওৱেলচ চাহাবে ভৰতসিংহৰ শাসন ওফৰাই দিয়াৰ সংগ্ৰাম চলাওতে সৰ্বানন্দ সিংহই গোপীনাথ বৰবৰুৱাৰ নেতৃত্বত ভৰতসিংহৰ সাহায্যৰ বাবে এদল সৈন্য পঠাইছিল যদিও ইংৰাজৰ সুশিক্ষিত সৈন্যৰ আগত তিষ্ঠিব নোৱাৰিছিল। ৰংপুৰ নগৰ পুনৰ দখলৰ পাছত পূৰ্ণানন্দ বুঢ়াগোহাঁইদেৱে সৰ্বানন্দ সিংহৰ বিৰুদ্ধে কেইবাবাৰো অভিযান চলাইছিল। কোনো কোনো যুঁজত সৰ্বানন্দই পৰাজয় বৰণ কৰি চিংফৌ গাওঁ পৰ্যন্ত পিছু হুহকি আহি থাকিব লগাত পৰিছিল; কিন্তু কেতিয়াও পৰাজয় স্বীকাৰ নকৰিছিল। বৰং দুগুণ উৎসাহেৰে পুনৰ সৈন্য সংগঠিত কৰাৰ উপৰিও বঙ্গদেশৰ শাসনকৰ্তা অথবা অন্য চুবুৰীয়া ৰাষ্ট্ৰৰ সাহায্য বিচাৰি বাৰে বাৰে পূৰ্ণানন্দৰ সৈন্যবাহিনীৰ সৈতে যুঁজ দি ব্যতিবস্ত কৰি তুলিছিল। অৱশেষত পূৰ্ণানন্দ সিংহই সংঘৰ্ষৰ পৰিবৰ্তে মিত্ৰতাপূৰ্ণ নীতি গ্ৰহণ কৰি সৰ্বানন্দকে স্বাধীন ৰজা হিচাপে স্বীকৃতি দি মটক ৰাজ্যখন শাসন কৰিবলৈ এৰি দিয়ে। সৰ্বানন্দ সিংহই এনেকৈয়ে নিজ বীৰত্বৰে মটক ৰাজ্যৰ স্বীকৃতি আদায় কৰিবলৈ সক্ষম হয় আৰু তেওঁ ৰজা হৈয়ে এখন মূৰব্বীসভাৰ জৰিয়তে (ruled kingdom with the help of council and elders) দেশত সু-শাসন প্ৰতিষ্ঠা কৰি জনজীৱন শান্তিময় কৰি তোলে। মহা পৰাক্ৰমী মায়ামৰা প্ৰজাগণেও সংঘৰ্ষ এৰি নিজ ৰাজ্যত শান্ত জীৱন অতিবাহিত কৰে। মটক ৰাজ্য সৰ্বানন্দক এদনিয়াঁকৈ এৰি দিয়াত অৱশ্যে দুয়ো পক্ষৰ মাজত এক চুক্তি হোৱাৰ বন্দবস্ত হয়। কিন্তু ১৮০৫ খ্ৰীঃৰ শেহৰ ফালে সৰ্বানন্দ সিংহৰ মৃত্যুৰ ফলত চুক্তি সম্পন্ন হয় আৰু এই চুক্তি তেওঁৰ পুত্ৰ মাটিবৰৰ লগতহে কৰিব লগাত পৰে। যিয়েই নহওক পূৰ্ণানন্দ বুঢ়াগোহাঁইদেৱে সৰ্বানন্দৰ গুণ আৰু বীৰত্বত মুগ্ধ হৈ বৰসেনাপতি উপাধিৰে মান্যতা অৰ্পণ কৰায়েই নহয় তেওঁক যে এজন স্বাধীন ৰাজ্য হিচাপেই ৰাজ্য শাসন কৰিবলৈ এৰি দিছিল। তাৰ প্ৰমাণ হিচাপে সৰ্বানন্দই ৰজা হৈয়ে এগৰাকী স্বাধীন ৰজাৰ দৰেই নিজ নামেৰে সোণ-ৰূপৰ মুদ্ৰা মৰোৱাইছিল। সৰ্বানন্দ সিংহই ১ টকীয়া, আঠঅনীয়া, চৰতীয়া আদি মুদ্ৰা মৰোৱাইছিল আৰু মুদ্ৰাৰ ইপিঠি-সিপিঠিত লিখা আছিল নিম্নোল্লিখিত ধৰণে ঃ

**এটকীয়া মুদ্ৰা এপিঠিত**

শ্ৰীশ্ৰীস্বৰ্গদেউ
শ্ৰীসৰ্বানন্দ সিংহ
নৃপস্য শক ১৭১৬
(One Rupee Coin)

**ইপিঠিত**

শ্ৰীশ্ৰীকৃষ্ণচৰণ কমল
মকৰন্দ
মধুকাৰস্য

**Observe**

(a) Sri Sri Swargadeva
Sri Sarbananda Singha
Nripasya Saka—1716

(b) Sri Sri Swargadeva
Narendrasya,
Saka— 1717

শ্ৰীশ্ৰীস্বৰ্গদেউ সৰ্বানন্দ
সিংহ নৰেন্দ্ৰস্য
শক— ১৭১৭

**Reverse**

Sri Sri Krishna Charana
Kamala Makaranda
Madhukarasya.

Sri Sri Krishna Pada
Nanda Makarabrinda
Madhukarsya.

শ্ৰীশ্ৰীকৃষ্ণপদ পদমা
নন্দ মকৰান্দবৃন্দা
মধুকাৰস্য

**(আধলি)**

**এপিঠি**

১। শ্ৰীশ্ৰীসৰ্বানন্দ সিংহ নৃপস্য
Sri Sri Sarbananda Singha
Nripasya.

২। শ্ৰীশ্ৰীসৰ্বানন্দ সিংহ নৰেন্দ্ৰস্য
Sri Sri Sarbananda Singha
Narendrasya.

**সিপিঠি**

১। শ্ৰীশ্ৰীকৃষ্ণমধুকৰস্য
Sri Sri Krishna
Madhukarasya.

২। শ্ৰীশ্ৰীকৃষ্ণপদ পৰয়ানস্য
Sri Sri Krishna
Pada Parayansya.

**আদমহীয়া (Admahiya)**

**এপিঠি**

শ্ৰীশ্ৰীসৰ্বানন্দ
Sri Sri Sarbananda

**সিপিঠি**

সিংহ নৃপস্য
Singha Nripasya.

## চৰতীয়া (Charatiya)

| শ্ৰীশ্ৰীসৰ্বানন্দ | সিংহ নৃপস্য |
|---|---|
| Sri Sri Sarbananda | Singha Nripasya. |

শ্ৰীশ্ৰীসৰ্বানন্দ সিংহদেৱে খুদিত কৰা ১ টকীয়া মুদ্ৰাৰ ওজন আছিল ১ তোলা, আৰু মুদ্ৰাত খোদিত কৰা আৰাধ্য দেৱতা হ'ল—কৃষ্ণপ্ৰভু। এনেকৈয়ে সৰ্বানন্দ সিংহই প্ৰপিতামহৰ ৰাজ্য উদ্ধাৰ কৰি অতীৱ ধৰ্ম পৰায়ণ লোকজনে দেশলৈ শান্তি কঢ়িয়াই আনি ১১ বছৰ কাল সুখ্যাতিৰে ৰাজ্য চলাইছিল। তেওঁৰ দিনত শাস্ত্ৰ ভাগৱত আদিৰ পূৰ্ণ চৰ্চ্চা হৈছিল আৰু তাত ৰাজকীয় পূৰ্ণ সহযোগিতা আছিল। সৰ্বানন্দ সিংহৰ ৰাজত্বকালত দেশ শস্যৰে নদন-বদন আছিল। অৱশ্যে মটক ৰাজ্যত নোহোৱা অইন বস্তু অইন ৰাজ্যৰ পৰাও আমদানি হৈছিল। দেশ ৰক্ষাৰ বাবে সকলোধৰণৰ অস্ত্ৰ-শস্ত্ৰ দেশতেই তৈয়াৰ কৰা হৈছিল। সেয়ে তেওঁৰ ৰাজত্বত মটক ৰাজ্য পূৰ্ণ স্বাৱলম্বী আছিল। □

# মাটিবৰ বৰসেনাপতি

সৰ্বানন্দ সিংহৰ মৃত্যুৰ পাছত ১৮০৫ খ্ৰীষ্টত তেওঁৰ ডাঙৰ পুত্ৰ মাটিবৰ বৰসেনাপতি মটক ৰাজ্যৰ ৰাজসিংহাসনত অধিস্থিত হয়। অবশ্যে মাটিবৰে তেওঁৰ দেউতাক সৰ্বানন্দ সিংহৰ দিনতো বৰসেনাপতি হৈ আছিল। যিহেতু সৰ্বানন্দ সিংহ অসুখত ভুগি শয্যাশায়ী হৈ থকাকালতেই বৰপুত্ৰ মাটিবৰক বৰসেনাপতি খিতাপ দি ৰাজ্য চলোৱাৰ সুবিধা দিছিল; সেয়েহে তেওঁ ৰজা হোৱাৰ সময়ত প্ৰশাসনীয় পূৰ্ণ অভিজ্ঞতা আছিল। মাটিবৰ বৰসেনাপতিয়ে দেউতাকৰ বিয়োগৰ পাছত মটক ৰাজ্যৰ অধিকৰ্তা হোৱাৰ লগে লগে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সৈতে এক চুক্তিত উপনীত হয় আৰু তেতিয়াৰ আহোম চৰকাৰে তেওঁৰ ৰাজ্যখনক পূৰ্ণ অৰ্থত স্বীকৃতি প্ৰদান কৰে আৰু বৰসেনাপতি উপাধিৰোমান্যতা অৰ্পণ কৰে; বিপৰীতে মাটিবৰেও বছেৰেকীয়া কৰ নিয়মীয়াকৈ দিয়াৰ উপৰিও নানা তৰহৰ বয়-বস্তু, হাতী, চিঙ্ক কাপোৰ দিব লগাত পৰে আৰু এনেকৈয়ে তেতিয়াৰ দুই ৰাজ্যৰ মাজত সদভাৱ আৰু সহযোগিতা বিৰাজ কৰে। কিন্তু মাটিবৰে তেওঁৰ দেউতাকৰ নিচিনাকৈ স্বাধীনভাৱে মুদ্ৰা মৰোৱা নাছিল আৰু স্বৰ্গদেউ উপাধিও গ্ৰহণ কৰা নাছিল। 'The Ahom Government simply recognised this title on the understanding that thence forth he would cease to use the title Swargadeo's and mint coins like an independent ruler". (The Matak & their kingdom by S. Dutta—P. 192).

মাটিবৰ বৰসেনাপতিৰ প্ৰতাপ আৰু প্ৰভাৱ দেখি আহোমৰাজ চন্দ্ৰকান্ত সিংহই মাটিবৰ ভ্ৰাতৃ কলিবৰক বৰগোহাঞি পদেৰে ভূষিত কৰিছিল আৰু বৰগোহাঞিদেৰে তেনে দায়িত্ব অতি কৃতকাৰ্যতাৰে পালন কৰিছিল। ১৮৩৯ খ্ৰীষ্টৰ মে মাহত বৰ্মীৰজা বদৌপায়াৰ (Bodowpaya) মৃত্যু হয় আৰু তেওঁৰ স্থলাধিভুক্ত হয় নাতি বগীদেওঁ (১৮১৯-১৮৩৮ খ্ৰীষ্ট)। বৰ্মী ৰজা বগীদেওয়ে আহোম ৰজা চন্দ্ৰকান্ত সিংহৰ সৈতে মিত্ৰতা অধিক দৃঢ় কৰি তুলিবৰ বাবে সেনাপতি, মিঙ্গিমাহা তিলোৱাৰ নেতৃত্বত দল পঠাইছিল, কিন্তু তেওঁ জয়পুৰত প্ৰৱেশ কৰাৰ লগে লগে আহোম ৰজাৰ অভিপ্ৰায় বুজিব পাৰি তাত থকা আহোম দুৰ্গ ধ্বংস কৰি যোৰহাট অভিমুখে আগবাঢ়ি যোৱাত ৰজা চন্দ্ৰকান্তই

ভয় খাই কলিবৰ বৰগোহাঁইক নগৰ ৰক্ষাৰ ভাৰ দি নিজে গুৱাহাটী অভিমুখে পলাই যায়। কালিবৰ বৰগোহাঁইদেৱে অসীম বীৰত্বৰে মান সৈন্যৰ লগত যুঁজ দিলেও অৱশেষত মান সৈন্যৰ হাতত বন্দী হয় আৰু বন্দীত্ব অৱস্থাতে বিচাৰ কৰি হত্যা কৰে। চন্দ্ৰকান্তৰ এই দশা কিন্তু মাটিবৰৰ ক্ষেত্ৰত নহৈছিল; যিহেতু মাটিবৰে বৰ্মীসকলৰ লগতো সু-সম্পৰ্ক ৰাখি চলিছিল; আনকি কলিবৰৰ মৃত্যুৰ পিছত তেওঁ বৰ্মী ৰজাক নিজৰ আনুগত্য দৃঢ়ভাৱে প্ৰকাশ কৰিছিল। কেৱল সেয়ে নহয় মাটিবৰে কামিনি ফুকন নামৰ এজন দূত নিয়মীয়া বেতনৰ ভিত্তিত ৰাজধানীত ৰখাৰ উপৰিও ব্ৰহ্ম ৰজালৈ মাটিবৰৰ এগৰাকী জীয়েককো বিয়া দিছিল। মাটিবৰ বৰসেনাপতিৰ এনে কাৰ্য্যৰ বাবেই বৰ্মী অত্যাচাৰৰ পৰা মটক ৰাজ্যৰ বাসিন্দাসকল ৰক্ষা পৰি আছিল। অন্যহাতে বৰ্মীৰজাও বৃটিছৰ বিৰুদ্ধে নিজৰ স্বাৰ্থতে মটক ৰাজ্যৰ লগত সু-সম্পৰ্ক ৰক্ষা কৰি চলাত দুয়ো ৰজাৰ বুজা-পৰাৰ ভিত্তিত বৰ্মীসকলে মটক ৰাজ্যত আক্ৰমণৰ সূচনা কৰা নাছিল। অন্যহাতে মাটিবৰ বৰসেনাপতিয়ে বৃটিছৰ লগতো সংঘৰ্ষ এৰাই চলাত বহু সমস্যাৰ পৰা ৰক্ষা পৰিছিল। ১৮২৫ খ্ৰীষ্টৰ মাৰ্চ মাহৰ দ্বিতীয় সপ্তাহত ৭,৫০০ জনীয়া এদল চিংফৌৰ দলে মটক ৰাজ্য আৰু ১৭৯৪ চনৰে পৰা শাসন কৰি অহা শদিয়া খণ্ডৰ খামটি শাসনকৰ্তা শদিয়াখোৱা গোহাঁইক আক্ৰমণ কৰাত মাটিবৰ বৰসেনাপতি আৰু খামটিৰ মুৰব্বী দুয়োজনে বৃটিছৰ সহায় বিচৰাত বৃটিছ চৰকাৰে লেফঃ নিউভিল (Lef. Neufville)-ৰ নেতৃত্বত এদল সৈন্য দি চিংফৌৰ লগত যুঁজ দিয়ে। যুঁজত ইংৰাজ সৈন্যৰ হাতত চিংফৌ সৈন্যৰ পৰাজয় ঘটে আৰু লেফঃ নিউভিলে (Lef. Neufville) চিংফৌৰ হাতৰ পৰা ৬০০০ জন অসমীয়া বন্দী মুকলি কৰে। যুদ্ধৰ অন্তত লেফঃ নিউভিলে মটকৰ মাটিবৰ বৰসেনাপতি আৰু শদিয়াখোৱা গোহাঁইক তেওঁলোকৰ সাহায্যৰ বাবে (চিংফৌ যুদ্ধত) নগদ টকাৰে আপ্যায়িত কৰে। এনেকৈয়ে মাটিবৰে মটক ৰাজ্যৰ বাসিন্দাসকলক ৰক্ষাৰ বাবে কৌশলপূৰ্ণ ব্যৱস্থা লৈছিল। অন্যহাতে মাটিবৰ বৰসেনাপতিয়ে বৰভেটি, চৰিহাট আদি সত্ৰত মানৰ হাতত বন্দী হৈ থকা বৈষ্ণৱী গুৰু ভক্তানন্দ, ভৱানন্দ আৰু জয়ানন্দদেৱক মুকলি কৰি আনি প্ৰথমে ৰঙাগড়াতে সত্ৰ স্থাপন কৰি দিনজয় নদী পাৰত স্থায়ী সত্ৰ স্থাপন কৰে আৰু এই সত্ৰথনৰেই বৰ্তমানৰ ঐতিহাসিক নাম হৈছে মায়ামৰাৰ প্ৰধান সত্ৰ—দিনজয় সত্ৰ। কেৱল সেয়ে নহয় মাটিবৰ বৰসেনাপতিয়ে যাৱতীয় শাস্ত্ৰ ভাগৱত আদিও উদ্ধাৰ কৰিছিল।

১৮২৪ চনৰ ২৮ মাৰ্চ সিদিনাই অসমৰ পৰা মানক খেদাবৰ বাবে বৃটিছ আহি গুৱাহাটী পায়হি। গুৱাহাটীৰ দৰবাৰ, তাতে বহুত জ্ঞানী লোকৰ এক বিৰাট সমাৱেশত ভাষণ দি ইংৰাজ প্ৰতিনিধি ডেভিদ্ স্কট (David Scott) চাহাবে

কয়—'হে অসমৰ ৰাইজ, আমি আপোনালোকৰ দেশখন জয় কৰিবলৈ অহা নাই। আপোনালোকৰ শত্ৰু দেশৰ পৰা খেদাই দেশৰ শাসনভাৰ পুনৰ আপোনালোকৰ হাতত তুলি দিবৰ বাবেহে আমি ইয়ালৈ আহিছো।' অন্য এক ঘোষণাত কোৱা হ'ল তেওঁলোকে অসম দেশ জয় কৰিবলৈ অহা নাই। বৰঞ্চ দেশখন শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিব বাবেহে এই অভিযান আৰম্ভ কৰা হৈছে আৰু শত্ৰু বাহিৰ কৰি দিয়াৰ পাছতেই অসম দেশখন অসম দেশীয় ৰাইজৰ দ্বাৰা সু-শৃঙ্খলিত চৰকাৰ গঠন কৰি তেওঁলোক ঘূৰি যাব। এয়াই আছিল ১৮২৪ খ্ৰীষ্টৰ ৫ মাৰ্চত ইংৰাজ মানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি মানৰ হাতৰ পৰা হাদি বা চকী উদ্ধাৰ কৰি, গুৱাহাটীত অধিকাৰ সাব্যস্ত কৰি অৰ্থাৎ গুৱাহাটীত বিজয়দম্ভে ১৮২৪ খ্ৰীষ্টৰ মাৰ্চ মাহত প্ৰৱেশ কৰি কৰা এক ঐতিহাসিক ঘোষণা।

ইংৰাজ প্ৰতিনিধিৰ এনেধৰণৰ আশ্বাস বাণীত উৎফুল্লিত হৈ উপস্থিত সকলোৱে হৰ্ষধ্বনি কৰে। ডেভিদ স্কট চাহাবক বৃটিছৰ ঘোষণাক বেদৰ বাক্য বুলি মানি লয়। তাৰ পাছত বহু সংঘাট। গুৱাহাটী অধিকাৰ সাব্যস্ত কৰাৰ পাছত কলিয়াবৰ উদ্ধাৰ কৰে। অন্যতম প্ৰধান ঘাটি মৰামুখ উদ্ধাৰ কৰে ১৮২৫ খ্ৰীষ্টৰ জানুৱাৰী মাহত; উক্ত চনৰে ১৭ আৰু ২৫ জানুৱাৰীত ক্ৰমে যোৰহাট আৰু গৌৰীসাগৰ বৃটিছে দখল কৰে মানৰপৰা। ২৭ জানুৱাৰী দিনা নামদাং নদীৰ সাকোৰ ওচৰত হোৱা মান ইংৰাজৰ ভয়াবহ যুদ্ধত অৱশেষত ইংৰাজ জয়ী হৈ ৰংপুৰ দখল কৰে। তেতিয়া মানে ইংৰাজৰ ওচৰত সন্ধিৰ প্ৰস্তাৱ কৰাত ইংৰাজ সেনাপতি কৰ্ণেল ৰিচাৰ্ডৰ দাবী অনুসৰি মানে অসম এৰি যাবলৈ সন্মত হ'ল। ইতিমধ্যে আগতে আলোচনা কৰা হৈছে যে মান আক্ৰমণৰ সুযোগ লৈয়ে উজানিত চিংফৌবিলাকেও শদিয়াখোৱা গোহাঁই আৰু মটক ৰাজ্যৰ মাটিবৰ বৰসেনাপতিৰ ৰাজ্যত উৎপাত চলায়। বৃটিছৰ সহায়ত এই বিদ্ৰোহৰ বা উৎপত্তিৰ অৱশ্যে সফল পৰিসমাপ্তি ঘটে আৰু কেপ্তেইন নিউভিল চাহাবে—চিংফৌৰ হাতৰ পৰা ৬০০০ অসমীয়া বন্দী উদ্ধাৰ কৰে। ব্ৰহ্মদেশতো অন্যহাতে মানৰ ৰজাৰ সৈতে ইংৰাজৰ যুদ্ধ চলি আছিল। চাৰ আৰ্চিবল কোম্বল আছিল তাৰ ইংৰাজ সেনাপতি। কোম্বল চাহাবে মানক খেদি ব্ৰহ্মদেশৰ ৰাজধানী ইয়াণ্ডাবু পোৱাত মান ৰজাই ১৮২৬ খ্ৰীষ্টৰ ২৪ ফেব্ৰুৱাৰী দিনা ইয়াণ্ডাবু সন্ধিৰ চুক্তিমতে অসম, টেনাচেৰিম, আৰকান লাভ কৰাৰ উপৰিও মান ৰজাই অসম, অসমৰ তলতীয়া ৰাজ্য আৰু জয়ন্তীয়া ৰাজ্যৰ ওপৰত সকলো দাবী প্ৰত্যাহাৰ কৰে আৰু ১৮২৬ চনৰ এই সন্ধিৰ পৰাই অসমত ৬০০ বছৰীয়া আহোম ৰাজত্বৰ অন্ত পৰে আৰু বৃটিছ ৰাজত্বৰ সূত্ৰপাত হয়।

১৮২৬ খ্ৰীষ্টৰ ইয়াণ্ডাবু সন্ধিৰ পাছত আহোম ৰাজত্বৰ অন্ত পৰে; কিন্তু

মটকৰ বৰসেনাপতিৰ সৈতে ইংৰাজৰ এখন চুক্তি হোৱাত মটক ৰাজ্য হৈ যায়। এই চুক্তি হয় ১৮২৬ খ্ৰীষ্টৰ মে মাহত আৰু এই চুক্তি অনুসৰি বৰসেনাপতিক মটক ৰাজ্য চলাবলৈ দিয়া হয়। (Barsenapati was placed in the semi independent possession of the Matak country according to the agreement that followed between David Scott and Matibar Barsenapati) এনেকৈয়ে ১৮৩৩ চন পৰ্যন্ত বৃটিছৰ লগত মটক ৰাজ্য সম্বন্ধ সুমধুৰ আছিল। আনকি শদিয়াৰ খামটিসকলৰ লগতো এনেধৰণৰ এক চুক্তি আছিল। কিন্তু বৃটিছ চৰকাৰে মটক ৰাজ্যৰ ৰজা বৰসেনাপতিৰ সৈতে আগৰ চুক্তিক সংশোধন কৰিব বিচাৰিছিল যিহেতু বৰসেনাপতিয়ে পাইকৰ প্ৰকৃত সংখ্যা লুকুৱাই মিছা সংখ্যা দিছিল বুলি সন্দেহ কৰিছিল। প্ৰাথমিক ব্যৱস্থা হিচাপে কেপ্তেইন হোৱাইটে (Captain White) মাটিবৰ বৰসেনাপতিক ৰজা আৰু নিৰাপদজনক বংশগত শাসনাধিকাৰ দিয়াৰ বাবে বছৰি ১০০০০ (দহ হাজাৰ) টকাৰ পেন্সন বিচাৰিলে; কিন্তু বৰসেনাপতিয়ে তাত কোনোপধ্যেই মান্তি নহ'ল আৰু ক'লে যে তেওঁ দৰকাৰ হ'লে দেশ এৰি গুচি যাব; তথাপিতো নিজ প্ৰজাৰ ওপৰত বহুৱা এনে অন্যায় কৰ আৰোপত মান্তি নহয়। ১৮৩৫ খ্ৰীষ্টৰ প্ৰথম ভাগতে এনে মতভেদ ঘটে বৃটিছ আৰু বৰসেনাপতিৰ মাজত। ঠিক এনে সময়তে আন এটি ঘটনাৰ সূত্ৰপাত হয়। বৰসেনাপতি আৰু শদিয়াখোৱা গোহাঁই উজনি অসমৰ ছেখোৱাত বসবাস কৰা কিছুমান আশ্ৰয় প্ৰাৰ্থীৰ ওপৰত কৰ্তৃত্বলৈ গুৰুত্বৰ মতভেদ হয়। তেতিয়া তাত থকা বৃটিছ বিষয়াজনে দুয়োজন নেতাকে তেওঁৰ ওচৰত আলোচনাৰ জৰিয়তে সমস্যাৰ মীমাংসাৰ বাবে মাতি পঠায়। কিন্তু খামটি মুৰব্বীজনাই উক্ত আহ্বানক নেওঁচা দিয়ে আৰু অৱশেষত পৰিস্থিতিত পৰি বৃটিছ বিষয়াজনে খামটি মুৰব্বীজনক পদবীৰ পৰা অপসাৰিত কৰি গুৱাহাটীলৈ লৈ যায় আৰু শদিয়া ছেখোৱাৰ বিবদমান অঞ্চলটো প্ৰত্যক্ষভাৱে বৃটিছৰ অধীনলৈ আনে। মটক ৰাজ্যৰ বৰসেনাপতিয়ে খামটি মুৰব্বীৰ এনে দশা দেখি সংশোধিত চুক্তি মানি লয়।

বৃটিছে ইতিমধ্যে ১৮৩৮ খ্ৰীষ্টৰ অক্টোবৰ মাহত পুৰন্দৰ সিংহৰ ৰাজ্যখন বৃটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। পুৰন্দৰ সিংহৰ ৰাজ্যখন নিজৰ ৰাজ্যলৈ নিয়াৰ পাছত মটক ৰাজ্যখণ্ডও নিজৰ হাতলৈ নিয়াৰ আঁচনি কৰে। মটক ৰাজ্যখন যিহেতু চাহ উৎপন্নৰ কাৰণে অতি সাৰুৱা সেয়েহে মটক ৰাজ্যত চাহ খুলিবৰ বাবেই উক্ত ৰাজ্যখণ্ড বৃটিছৰ হাতলৈ নিয়াৰ আৱশ্যক হৈ পৰে। আনহাতে মাটিবৰ সেনাপতি সেইটি সময়ত ৰোগ শয্যাত আছিল আৰু তেওঁৰ ৰাজ্যখন ৭টা খণ্ডত বিভক্ত কৰি ৭জন পুতেকক তাৰ শাসনকৰ্তা পাতি ৰাজ্যশাসন

কৰিছিল। জেনকিন্সে ৭জন ককাই-ভাইৰ মাজত ব্যৱধানেৰে মটক ৰাজ্যত বিভাজন আনিবৰ বাবে কেপ্টেইন হোৱাইট চাহাবক (Captain White) ১৮৩৮ খ্ৰীষ্টৰ মাৰ্চ মাহত তালৈ পঠালে। হোৱাইটে সেই মৰ্মে মটক ৰাজ্য পৰিদৰ্শন কৰাৰ পাছত চৰকাৰলৈ অনুমোদনৰ বাবে ৰিপ'ট পেচ কৰিলে যে বৰসেনাপতিৰ মৃত্যুৰ পাছত দেশখন তেওঁৰ পুত্ৰবৰ্গই বৰ্তমানে বাহাল থকা ব্যৱস্থামতেই শাসন কৰি যাব পাৰিব; কিন্তু ৰাজ্যৰ মুঠ ৰাজহৰ আধা বৃটিছ চৰকাৰক দিব লাগিব— কিন্তু ইংলেণ্ড চৰকাৰে (জেনকিন্স) হোৱাইটৰ এই প্ৰস্তাৱ কাৰ্যকৰী নকৰিলে। মটকসকলক জোকাই লোৱা হ'ব বুলি ভাবি—প্ৰস্তাৱত অনুমোদন নিদিলে। ইতিমধ্যে মাটিবৰ বৰসেনাপতিৰ স্বাস্থ্যৰ অৱনতি ঘটাত পৰিষদবৰ্গৰ সৈতে আলোচনা কৰি দ্বিতীয় পুত্ৰ ভগীৰথ ওৰফে মাজু গোহাঁইক উত্তৰাধিকাৰী নিৰ্বাচন কৰি ৰাজ্যৰ শাসন ভাৰ অৰ্পণ কৰে। এই ব্যৱস্থাৰ অনুমোদনৰ বাবে বৃটিছ চৰকাৰলৈ পঠোৱা হয়, কিন্তু বৃটিছ চৰকাৰে ইয়াক অস্থায়ী ব্যৱস্থা হিচাপেহে মানি লয় আৰু তাৰ স্থায়িত্ব চৰকাৰৰ বিনা অনুমোদনে নকৰিবৰ বাবে কঠোৰভাৱে বৰসেনাপতিক সকিয়াই দিয়ে। কিন্তু ১৮৩৯ খ্ৰীষ্টৰ ২ জানুৱাৰী দিনাখন মাটিবৰ বৰসেনাপতিৰ মৃত্যু হয় আৰু ৰাজ্যৰ শাসনভাৰ নিগাজিকৈয়ে মাজু গোহাঁইয়ে লাভ কৰে। □

# ভগীৰথ মাজু গোহাঁই

বৰসেনাপতিৰ পাছত ভগীৰথ মাজু গোহাঁই মটক ৰাজ্যৰ ৰাজসিংহাসনত অধিষ্ঠিত হয়। অৱশ্যে বৰসেনাপতিৰ মৃত্যুৰ পাছত অন্যান্য উত্তৰাধিকাৰীসকল যেনে ভোগবৰ, খুদ গোহাঁই, কাপ্তান গোহাঁই সোমবৰ, লগতে আছিল বিধবা ঘৈণীয়েক। কিন্তু দ্বিতীয় পুত্ৰ মাজু গোহাঁই ভগীৰথকে সকলোতকৈ উপযুক্ত ভাবি ৰাজসিংহাসনত বহুৱাবৰ বাবে ৰাজ পৰিষদে (Elders of Council) উপদেশ দিয়াত বৰসেনাপতিয়েও তাকেই কৰে। যাহওক বৰসেনাপতিৰ মৃত্যুৰ কেইদিনমান পাছত কেপ্তেইন হানয় (Capt. Hannay) the Comandant of the 2nd Assam Eebundy Crop. মটক ৰাজ্যলৈ আহি দেখে যে মটক ৰাজ্যৰ সম্পূৰ্ণ শাসনভাৰ ইতিমধ্যে স্থায়ীৰূপত মাজু গোহাঁইয়ে গ্ৰহণ কৰি ৰাজ্য পৰিচালনা কৰি আছে। বৃটিছে লক্ষ্য কৰিলে যে ইতিমধ্যে মটকসকলৰ মাজত বহুতো বিষয়ত মতবিৰোধ আৰম্ভ হৈছে। এনেয়ে বৃটিছে মাতিবৰৰ দহজন পুতেক ক্ৰমে ভোগবৰ, ভগীৰথ, সুৰথ, এলন, পেলন, পিৰিকা, জাইবৰ, সোমবৰ, দশৰথ আৰু খুদু গোহাঁই আদিৰ মাজত বিৰোধৰ সূত্ৰপাত ঘটাব বিচাৰিয়েই আছিল; সেয়েহে মটকৰ মাজত থকা অলপীয়া মত বিৰোধকে ডাঙৰ কৰিব বিচাৰিলে। হোৱাইটে (White) বৃটিছৰ ওপৰৱালালৈ লিখিলে যে ভগীৰথ বা মাজু গোহাঁই ভক্তানন্দ গোসাঁইৰ অনুগত শিষ্য; টিপুক গোসাঁইৰ মৰাণসকলে ভাল নেপায়। গতিকে মটক দেশখন নিজ ৰাজ্যত অন্তৰ্ভুক্ত কৰিব লাগে। কিন্তু গৱৰ্ণৰ জেনেৰেলৰ এজেন্ট জেনকিন্স চাহাবে এই পৰামৰ্শ নাকচ কৰি ক'লে যে আগেয়েনো মাতিবৰ বৰসেনাপতিক দুয়োজন গোসাঁইয়ে কেনেকৈ সমৰ্থন কৰি ৰাজশাসনত অধিষ্ঠিত কৰিছিল? সেয়েহে হোৱাইটৰ পৰামৰ্শ নাকচ হ'ল। According to Captain White, the discussions were occasioned by Sectarian differences between the Morans, the inhabitants of upper Matak who were followers of the Mahanta of Tipuk Satra, a branch of the main Mayamora Satra and the Non-Morans, who inhabited the Lower Matak, and were disciples of Bhaktabnandadeva, the head of the main Satra." P. C. 1839, Feb. 20 '89, Hanny to Jenkins, January to August 14, No. 105 White to Jenkins, January 24). কিন্তু কেপ্তেইন

ভেচৰ মতে মৰাণসকলৰ স্বাধীনতা প্ৰিয় আকাংশাহে তাৰ আচল কাৰণ; অন্যহাতে তেওঁলোকৰ ওপৰত বহুবা কৰ বা শাসনত তেওঁলোক অসন্তুষ্ট আছিল। কম-বেছি পৰিমাণে কেপ্তেইন হানয়ৰো মত তেনেই আছিল। তেওঁলোকৰ মতে নতুন প্ৰশাসনত মায়ামৰা বিদ্ৰোহৰ প্ৰধান অংশীদাৰ মৰাণসকলক একেধৰণে বাদ দিয়াৰ দৰেই হ'ল। আনকি উজনি মটক খণ্ডতো (upper Matak) বৰসেনাপতিৰ পুত্ৰ আৰু মাটিবৰ বৰসেনাপতিৰ কৌশলপূৰ্ণ দক্ষতাৰ শাসনত এনে মতবিৰোধে গা কৰি উঠিব পৰা নাছিল। কিন্তু মাজু গোহাঁইয়ে মায়ামৰা মহন্তদেৱৰ সম্পূৰ্ণ প্ৰভাৱাধীন হৈ কৰা কিছু কামৰ বাবেই মটক ৰাজ্যৰ প্ৰধান বাসিন্দাসকলৰ মাজত মতবিৰোধে তীব্ৰ ৰূপ লৈছিল। যাহওক এইবিলাক মটক ৰাজ্যত বিভাজন অনাৰ বাবে বৃটিছে কৌশলেৰে কৰা অপপ্ৰচাৰ—যিহেতু এনে অপপ্ৰচাৰৰ জৰিয়তেহে তেওঁলোকে মটক ৰাজ্যত শাসন কৰিব পাৰে। মতভেদ থাকিব পাৰে; যিহেতু এখন ৰাজ্যৰ বাসিন্দাসকলৰ মাজত ৰাজনৈতিক মতভেদ নিচেই সাধাৰণ। যাহওক আমি পৰৱৰ্তী পৰ্যায়ত তাৰ ব্যাখ্যা আগবঢ়াম।

বৃটিছ কৰ্তৃপক্ষই পাছত মটক ৰাজলৈ কেপ্তেইন হোৱাইটক পঠালে আৰু তেওঁ ১৮৩৯ চনৰ ২০ ফেব্ৰুৱাৰীত মটক ৰাজধানী আহি পোৱাৰ লগে লগে মাজু গোহাঁইৰ সৈতে নতুন চুক্তিৰ সম্পৰ্কত আলোচনা কৰে। নতুন চুক্তি মতে ৰাজ্যৰ বছৰেকীয়া কৰ ১,০০০ টকাৰ পৰা ১০,০০০ টকাৰ উপৰিও চাহ খেতিৰ বাবে আবাদী মাটিখিনি (Waste Land) বৃটিছক এৰি দিব লাগিব। ইয়াৰ উপৰিও বৃটিছ বিষয়া এজন মটক ৰাজ্যত থ'ব লাগিব—মটক প্ৰজা আৰু বৃটিছ প্ৰজাৰ মাজত সু-সম্পৰ্ক স্থাপনৰ উদ্দেশ্যত। 'He also wanted to propose that a British Officer be stationed in the Matak kingdom with powers to decide the cases arising out of any dispute between the Matak people and the British subjects on the question of cultivation of tea—(White to Jenkens).

কেপ্তেইন হোৱাইটে ১৮৩৯ চনৰ ২০ জানুৱাৰী দিনা মটক ৰাজধানী পোৱাৰ পাছত মাজু গোহাঁইক নতুন চুক্তি সম্বন্ধে সকলো অৱগত কৰে। মাজু গোহাঁয়ে পিছদিনাখন দৰবাৰ আহ্বান কৰে আৰু এই দৰবাৰত পৰিষদবৰ্গ (Council of Elders)-ৰ সৈতে মাজু গোহাঁইৰ ককাই-ভাই আৰু বিষয়াবৰ্গও উপস্থিত আছিল। সবিশেষ আলোচনাৰ পাছত দৰবাৰে সিদ্ধান্ত কৰে যে আবাদী মাটিখিনি চাহ খেতি কৰিবৰ বাবে বৃটিছক এৰি দিব পাৰি আৰু বৃটিছ বিষয়া এজনো মটক ৰাজ্যত থোৱাত বাধা নাই; কিন্তু বৰ্দ্ধিত ৰূপত কৰ (tribute)

দিয়াৰ প্ৰস্তাৱ মানি লোৱা নহ'ব। মাজু গোহাঁইয়ে বৃটিছক জনায় যে যিহেতু মটকসকলৰ আৰ্থিক অৱস্থা শোচনীয় গতিকে এনেধৰণৰ বৰ্দ্ধিত নিৰিখত কৰ দিয়াটো অসম্ভৱ। যাহওক তেওঁ কয় যে দেউতাকৰ শ্ৰাদ্ধ আদি কাৰ্য্য শেষ কৰাৰ পাছত কৰ সম্পৰ্কীয় কথাটো পুনৰ পৰ্য্যালোচনা কৰি চাব। মিঃ হোৱাইটে এই কথাত এক প্ৰকাৰ মান্তি হয়। ইতিমধ্যে বৃটিছৰ বিৰুদ্ধে মটক ৰাজ্যৰ পূব দিশে ব্ৰহ্ম ৰজাৰ সমৰ্থনত এটি বৃটিছ বিৰোধী (Anti-British Confederacy) হৈছে বুলি জনৰৱ প্ৰচাৰ হয় আৰু সঁচাকৈয়ে ১৮৩৯ চনৰ ২৯ জানুৱাৰীৰ দিনাখন খামটিসকলে শদিয়াত অৱস্থিত বৃটিছৰ সৈন্য শিবিৰ (head quarters of the Assam light infantry at Sadiya) আক্ৰমণ কৰি কেপ্তেইন হোৱাইটৰ লগতে বহুসংখ্যক বৃটিছ ল'ৰা-ছোৱালীক হত্যা কৰে। কেপ্তেইন হানয়ে তেতিয়া মটক ৰজা মাজুগোহাঁইৰ প্ৰত্যক্ষ সমৰ্থনত সহজে খামটিসকলক দমন কৰিবলৈ সক্ষম হয়; কিন্তু তেতিয়াও মটক বৰসেনাপতিৰ আচৰণৰ ওপৰত সন্দেহ থাকি যায়। বৃটিছ আয়ুক্ত মেজৰ জেনকিন্সে ভয় কৰিছিল যে যদি বৰসেনাপতিয়ে নিজৰ স্থিতি শক্তিশালী কৰি লয়; তেনেহ'লে যিকোনো সময়ত পৰিস্থিতি বিষম হ'ব পাৰে। সেই কাৰণে তেওঁ উজনি অসমৰ ৰাজনৈতিক উপদেষ্টা কেপ্তেইন ভেচৰ পৰামৰ্শ বিচাৰিলে। কেপ্তেইন ভেচে পৰামৰ্শ আগবঢ়ালে যে ১০০০০ হাজাৰ টকালৈ বছেৰেকীয়া কৰ শোভণীয় নহ'ব; যিহেতু ই মটক সকলক বিক্ষুব্ধ কৰি তুলিব। সেই কাৰণে উক্ত খণ্ড মাজু গোহাঁইৰ পৰিচালনাতেই থাকিব; পাইক সম্বন্ধে নতুন গণনা হ'ব আৰু তাৰ পাছতহে যথাযোগ্য ব্যৱস্থা গ্ৰহণ কৰা হ'ব। মাজু গোহাঁয়ে তেওঁৰ ওচৰত ৰখা এনে ব্যৱস্থাত মান্তি হ'ল; কিন্তু কেপ্তেইন ভেচক (Captain Vetch) সৈন্য ব্যৱহাৰ নকৰাকৈয়ে জনপ্ৰিয় কৰিবলৈ অনুৰোধ জনালে। অন্যহাতে এনেটি সময়তে মটকসকলৰ মাজতে মত বিৰোধে তীব্ৰ আকাৰ ধাৰণ কৰে। মটক খণ্ডৰ মৰাণসকলে স্থানীয় বৃটিছ কৰ্তৃপক্ষক স্মাৰকপত্ৰৰ যোগেদি জনালে যাতে তেওঁলোকক মাজু গোহাঁইৰ অধীনত নাৰাখি এক সুকীয়া ব্যৱস্থাৰ দিহা কৰে। এনে অৱস্থাত বৃটিছ চৰকাৰে প্ৰস্তাৱ আগবঢ়ালে এনেদৰে।

(১) মটক ৰাজ্যৰ শাসনৰ ভাৰ মাজু গোহাঁইৰ ওপৰতে বৰ্তি থাকিব আৰু তেওঁৰ দেউতাকৰ যি কতৃৰ্ত্ব সেই একে কৰ্তৃত্বৰেই দেশ শাসন কৰি যাব পাৰিব।

(২) অৰণ্যময় আবাদী মাটিখিনি চাহ খেতিৰ বাবে বৃটিছ চৰকাৰক এৰি দিব লাগিব অৰ্থাৎ তেনে অৰণ্যময় মাটিত মটক ৰজাৰ কোনো অধিকাৰ নাথাকিব।

(৩) মটক ৰাজ্যৰ উজনি মটকখণ্ড নামনি খণ্ডৰ পৰা পৃথক কৰা হ'ব আৰু সেই খণ্ড শাসনৰ বাবে অন্য এজন লোকক বাচি নিযুক্তি দিয়া হ'ব। জেনকিন্সে কেপ্তেইন ভেচক এই বুলিও নিৰ্দেশ দিছিল যে যদিহে উপৰুক্ত স্বত্বসমূহ মাজু গোহাঁয়ে নামানে সি যি কোনো এজন ভায়েকৰ সৈতেও এক চুক্তি কৰিব পাৰে। যদিহে এই চৰ্তসমূহ মানি নহয়; তেতিয়াহ'লে সম্পূৰ্ণ মটক ৰাজ্যখনো দখল কৰাৰ ব্যৱস্থা কৰিব। কেপ্তেইন ভেচে ১৮৩৯ চনৰ ১২ নৱেম্বৰ দিনা এদল শক্তিশালী ফৌজ লৈ মটক ৰাজ্যৰ ৰাজধানী অভিমুখে ৰাওনা হ'ল।

মটক ৰাজ্যলৈ আহি থকাৰ পথত ইতিমধ্যে টিপুকত উজনি মটক ৰাজ্য (Upper Matak) বহু গাঁৱলীয়া মূৰব্বী আৰু জনগণে টিপুক সত্ৰৰ মায়ামৰা গোসাঁইৰ নেতৃত্বত বৃটিছ বিষয়া কেপ্তেইন ভেচক লগ কৰি তেওঁলোকৰ সমস্যাৱলী বেকত কৰাত বিষয়া গৰাকীয়ে মটক ৰাজধানীত পেচ আৰু আলোচনা কৰিবৰ বাবে এদল প্ৰতিনিধি দল পঠোৱাৰ পৰামৰ্শ দিয়ে। কেপ্তেইন ভেচ ৰাজধানী গৈ পোৱাৰ লগে লগে মাজু গোহাঁই আৰু তেওঁৰ ভ্ৰাতৃগণে ৰাজ্যৰ বিষয়াবৰ্গ, প্ৰতিটি খেলৰ প্ৰধানসকলক লৈ এখন গুৰুত্বপূৰ্ণ সভা বহিল। এই গুৰুত্বপূৰ্ণ সভাখনত কেপ্তেইন ভেচৰ পৰামৰ্শমতে মৰাণৰ প্ৰতিনিধি দলটিও যোগদান কৰে। উক্ত সভাত কেপ্তেইন ভেচে তেতিয়া কি পৰিস্থিতিত নতুন চুক্তি কৰাৰ প্ৰয়োজন হৈছে তাৰ ব্যাখ্যা কৰি কয় যে আগৰ চুক্তিখন বৰসেনাপতিৰ শাসন কাললৈকেহে ম্যাদ আছিল আৰু বৰসেনাপতিৰ মৃত্যুৰ লগে লগে নতুন চুক্তিৰ প্ৰয়োজন হৈ পৰে। বৃটিছ চৰকাৰে মটক ৰাজ্যখন বৰসেনাপতি আৰু তেওঁৰ পুত্ৰগণৰ মাজত থকাটো বিচাৰে বা ব্যৱস্থা কৰিব কিন্তু চুক্তি মানি ল'ব লাগিব। কিন্তু সভাত মটক ৰাজ্যখন দুভাগ কৰি অৰ্থাৎ উজনি মটক ৰাজ্যখণ্ড মূল মটক ৰাজ্যৰ পৰা পৃথকিকৰণৰ প্ৰস্তাৱটি মৰাণৰ প্ৰতিনিধি দলৰ বাদে আন সকলোৱে ঘোৰ বিৰোধিতা কৰিলে। এনে পৰিস্থিতিত কেপ্তেইন ভেচে মৰাণৰ প্ৰতিনিধিবৰ্গৰ সৈতে আপোচ কৰিবলৈ মাজু গোহাঁই আৰু ভ্ৰাতৃগণক অনুৰোধ জনালে। কিন্তু ৩ দিন জুৰি কৰা আলোচনাৰ পাছতো কোনো বুজাপৰাত উপনীত হ'ব নোৱাৰিলে। কেপ্তেইন ভেচে নিজা ৰবীয়াকৈ প্ৰতিজন গোহাঁই, প্ৰতিজন গোহাঁই ভ্ৰাতৃক লগ কৰি চুক্তি মানি লোৱাৰ উপকাৰিতা সম্বন্ধে বিতং ব্যাখ্যা কৰিলে, কিন্তু কোনো কামত নাহিল। অৱশেষত উপাই নাপাই মূল বৃটিছ চৰকাৰৰ আদেশ আৰু নিৰ্দেশ অনুযায়ী এটি ঘোষণাৰ জৰিয়তে ১৮৩৯ চনৰ নৱেম্বৰত বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ হৈ মটক ৰাজ্যৰ শাসনভাৰ গ্ৰহণ কৰে। প্ৰথমতে বৃটিছৰ ৰঙাগৰাতেই ৰাজ্যৰ মূলকাৰ্যালয় প্ৰতিষ্ঠা কৰে যদিও পাছত ডিব্ৰুগড়লৈ উঠাই নিয়ে। কেপ্তেইন ভেচৰ এই ব্যৱস্থাৰ প্ৰতি বৃটিছৰ চৰকাৰে

অনুমোদন দিয়ে আৰু এনেকৈয়ে মটকৰাজ্য বৃটিছৰ লগত বৃটিছৰ লগত চামিল হোৱাৰ লগে লগে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা বৃটিছৰ অধীন হৈ পৰে। মটক ৰাজ্যখন এনেদৰে বৃটিছে হস্তগত কৰাত মাজু গোহাঁই ভ্ৰাতৃগণে চিংফৌ-খামটিৰ সৈতে মিলি এটা বিদ্ৰোহ কৰাৰ পৰিকল্পনা কৰিলে যদিও বৃটিছে এই কথাৰ গম পাই অন্য ব্যৱস্থাৰ দ্বাৰা তাক শান্ত কৰাত সক্ষম হ'ল। বৃটিছ চৰকাৰে ৰাজকীয় পৰিয়ালে যাতে কোনো ধৰণৰ অন্য ষড়যন্ত্ৰত লিপ্ত হ'ব নোৱাৰে তাৰ বাবে বৰসেনাপতি পৰিয়ালৰ অতি প্ৰভাৱশালী তিনি পুত্ৰক গুৱাহাটীলৈ নি বৃটিছৰ জিম্মাত ৰাখে (Shifted to Guwahati as hostages)।

সন্দেহ নাই যে বৃটিছে মটক ৰাজ্যখন লোৱাৰ পাছত মটক ৰাজবংশক অন্যান্য ব্যৱস্থাৰে উপকৃত কৰাৰ প্ৰস্তাৱো আগবঢ়ায়। উপযুক্ত পেঞ্চন দি সংস্থাপনৰো প্ৰস্তাৱ ৰাখে; কিন্তু গোহাঁই ভ্ৰাতৃগণে তেনে পেঞ্চনৰ পৰিবৰ্তে একে ঠাইতে দেশৰ মুঠ মাটি কালিৰ $\frac{১}{৩}$ অংশ দিয়াৰ দাবী জনালে। কিন্তু এই দাবী বৃটিছে মানি নল'লে। তাৰ পৰিবৰ্তে গোটেই ভ্ৰাতৃগণকে ৰাজ্যখনৰ মুঠ আয়ৰ $\frac{১}{৩}$ ভাগ অথবা ১৫,০০০ (হেজাৰ) পেঞ্চনৰ ব্যৱস্থাহে কৰা হ'ল যদিও এনে তাকৰীয়া ব্যৱস্থাৰ বাবে প্ৰতিবাদ হ'ল। যি কি নহওক তেওঁলোকক অৱশেষত নগদ টকাৰে পেঞ্চন দিয়াৰ ব্যৱস্থা হ'ল। তেওঁলোকৰ জীৱনব্যাপী কৰ-কাটল হীন মাটি আগবঢ়োৱা হ'ল আৰু তেওঁলোকৰ পাছৰ উত্তৰাধিকাৰীলৈ আধা বা এক চতুৰ্থাংশ কৰ লোৱাৰ প্ৰতিশ্ৰুতি দিয়া হ'ল। ঠিক তেনেকৈ প্ৰাক্তন বিষয়াসকলৰ বাবেও সুব্যৱস্থা কৰা হ'ল। কেৱল সেয়েই নহয় মটক যুৱকসকলক উপযুক্ত শিক্ষা দি চৰকাৰী চাকৰিত সুবিধা দিয়াৰ উদ্দেশ্যে চৈখোৱাত এখন স্কুল খুলি দিলে। (A school was started at Saikhowa to educate the Matak youths to make them fit for governnmen jobs—Assam in the days of the company by H. K. Borpujari P. 140.)

লাহে লাহে মাজু গোহাঁই আৰু ভ্ৰাতৃগণে নতুন পৰিস্থিতিৰ লগত খাপ খোৱাৰ চেষ্টা কৰিলে। মাজু গোহাঁইক পেঞ্চনৰ বাদেও কম দৰমহাত সদৰামিন পদত নিযুক্তি দিয়া হ'ল আৰু তেওঁৰ মৃত্যুৰ পিছত অন্য এজনক সেই পদত নিযুক্তি দিয়া হ'ল।

আৰম্ভণীতে মুঠতে ৭০০০ টকা বছৰেকীয়া পেঞ্চন বৰসেনাপতিৰ পৰিয়াললৈ আগবঢ়োৱা হৈছিল। এই পেঞ্চন বৰসেনাপতিৰ দুজন ভ্ৰাতৃ—

কলিবৰ আৰু কমলেশ্বৰে পাইছিল। মটক ৰাজবংশৰ শেহতীয়া পেঞ্চনাৰ জন আছিল—লক্ষেশ্বৰ গোহাঁই যিজনাই ৰাজকীয় পেঞ্চন (Rs. 6, Annas 6, Paisa 9)—(৬ টকা, ৬ অনা, ৯ পইচা)। তেওঁৰ মৃত্যু পৰ্য্যন্ত অৰ্থাৎ ১৯৭৩ চনৰ ৬ মাৰ্চ পৰ্য্যন্ত পাই আছিল।

এনেকৈয়ে মাজু গোহাঁইৰ অধীনত মটক ৰাজ্যখন সুন্দৰ প্ৰশাসনেৰে চলি থকা সত্বেও একমাত্ৰ বৃটিছৰ সাম্ৰাজ্যবাদী মনোভাৱৰ বাবেই মটক ৰাজ্যৰ ৰবি অস্ত গ'ল। মাটিবৰ বৰসেনাপতি আৰু ভ্ৰাতৃগণ যে সুদক্ষ প্ৰশাসক আছিল তাত কোনো সন্দেহ নাই। বহু বৃটিছ বিষয়াৰ মতে মাটিবৰ বৰসেনাপতি এজন সুদক্ষ, ব্যক্তিত্বপূৰ্ণ, সাহসী, সু-আচৰণৰ লোক আছিল। তেওঁৰ বৈদেশিক নীতিৰ বাবেই বৰ্মী আৰু পাহাৰীয়া জনজাতিৰ আক্ৰমণৰ পৰা নিজ ৰাজ্যৰ জনসাধাৰণক ৰক্ষা কৰি ৰাখিব পাৰিছিল আৰু সেয়েহে দেশৰ জনসাধাৰণ সুখ আৰু শান্তিত আছিল। কিন্তু এনে এখন সুখ-শান্তিপূৰ্ণ ৰাজ্য বৃটিছে নিজে এক্তিয়াৰলৈ নিয়াতো বৃটিছৰ সাম্ৰাজ্যবাদী মনোভাৱৰ বাদেও মটক ৰাজ্যখন ভৌগোলিক পৰিৱেশ বা পৰিস্থিতি। মটক ৰাজ্যখনৰ অৱস্থান আছিল খামটি, চিংফৌ আৰু অন্যান্য পাহাৰীয়া সীমান্ত জনজাতি স্থানৰ নাতিদূৰত।

অন্যহাতে অসমৰ ব্ৰহ্মদেশৰ সৈতে থকা পথৰ কাৰণেও বৃটিছ সকলে মটক ৰাজ্য অন্তৰ্ভুক্তিৰ আৱশ্যকতা অনুভৱ কৰিছিল। অৱশেষত, চিংফৌ, খামটি আদি পাহাৰীয়া জাতিবোৰক সম্পূৰ্ণ ৰূপে পৰাভূত কৰাৰ পাছত মটক ৰাজ্যখনো নিজৰ হাতলৈ নিয়াত কুণ্ঠবোধ নকৰিছিল আৰু এনেকৈয়ে মটক ৰাজ্যখন বৃটিছৰ ৰাজত্বৰ লগত চামিল কৰি সমগ্ৰ ভাৰতবৰ্ষখনকে নিজ সাম্ৰাজ্যৰ অধীনতা পৰ্ব সমাপ্ত কৰিছিল। □

# মটক ৰাজ্যৰ শাসন ব্যৱস্থা

সৰ্বানন্দ সিংহ প্ৰতিষ্ঠিত মটক ৰাজ্যত বিশেষকৈ সৰ্বানন্দ সিংহ আৰু মাটিবৰ বৰসেনাপতিৰ ৰাজত্ব কালত সমগ্ৰ মটক প্ৰজাগণ সুখ আৰু শান্তিত বাস কৰিছিল। দেশত যাতে সৰ্বতো প্ৰকাৰে ন্যায় প্ৰতিষ্ঠা হয় তাৰ প্ৰতি ৰাজকীয় মনোযোগ আছিল অতি প্ৰখৰ। ৰাজ্যৰ প্ৰশাসনীয় পৰিচালনাৰ সুবিধাৰ্থে বৰসেনাপতিয়ে পাতি লোৱা এখন মুৰব্বী সভাৰে গঠিত সভাৰ দ্বাৰাহে (by a council of Elders) সকলো কাৰ্য্য কৰা হৈছিল। আকৌ এই সভাৰ মুৰব্বীসকলক প্ৰজাসাধাৰণৰ দ্বাৰা নিৰ্বাচন (Election or selection) কৰি লোৱা হৈছিল আৰু প্ৰতিজন মুৰব্বীয়েই কোনোবা এটা খেল বংশ (clan) প্ৰতিনিধিত্ব কৰিব লগা হৈছিল। বৰসেনাপতিয়ে এই প্ৰতিনিধিবৰ্গৰ সৈতে আলচ নকৰাকৈ কোনো সিদ্ধান্ত নলৈছিল। ৰাজ্যৰ ৰাজহ পদ্ধতি আছিল সুন্দৰ, কৰ আছিল কম আনকি যিসকল ভগনীয়া এই ৰাজ্যত আহি থাকিছিল, তেওঁলোকেও মুঠ উৎপন্নৰ অংশতকৈ কেতিয়াও বেছি কৰ দিব নালাগিছিল। কৰৰ মাত্ৰা কম কৰি দুৰ্যোগৰ সময়ত প্ৰজা সাধাৰণক সক্ৰিয় সহায়তা কৰি জনসমৰ্থন আদায় কৰিছিল। খেতিয়কসকলক সকলো প্ৰকাৰে ৰাজকীয় সহায়তা আগবঢ়োৱাত দেশত ধান, সৰিয়হ, কপাহ, কুঁহিয়াৰ উৎভৈনদী হৈছিল। কেৱল সেয়ে নহয়— প্ৰজা সাধাৰণৰ মাজৰ পৰা সকলো ধৰণৰ অসমতা দূৰ কৰি ন্যায় প্ৰতিষ্ঠা কৰা হৈছিল, ব্যক্তি স্বাধীনতাও আছিল। তেনেকৈয়ে মটক ৰাজ্যতে সুখ-শান্তি বিৰাজ কৰিছিল। এনেধৰণৰ শান্তি প্ৰতিষ্ঠাৰ বাবে মটক ৰাজ্যত বৰবৰুৱা পদবীও আছিল আৰু তেওঁ আছিল পৰিচালনা সভাৰ সচিব প্ৰধান আৰু এই পৰিচালনা সভাৰ সিদ্ধান্ত অনুসৰিয়েই বৰসেনাপতিয়ে মটক ৰাজ্যখন ৭টা ভাগত ভগাই প্ৰত্যেক ভাগ বা খণ্ডৰ প্ৰশাসনৰ বাবে তেওঁৰ পুত্ৰসকলক দায়িত্ব দিছিল আৰু বৰসেনাপতিয়ে নিজে পৰ্য্যবেক্ষক ৰূপেহে আছিল। মাজু গোহাঁইদেৱৰো নিৰ্বাচন বৰসেনাপতিয়ে উপদেষ্টা সমিতিৰ সন্মতি সহকাৰেহে কৰিছিল। আকৌ যেতিয়া এটা গুৰুত্বৰ বিষয় আলোচনাৰ বাবে প্ৰতিখন গাঁৱৰ প্ৰধানজন আদিক উক্ত সভালৈ মাতি মতামত দিবৰ বাবে আহ্বান জনোৱা হৈছিল।

দেশত পাইক প্ৰথাৰো প্ৰচলন আছিল আৰু এই পাইকসকলক দেশ ৰক্ষা বা অন্যান্য ৰাজহুৱা কামতো নিয়োজিত কৰা হৈছিল। উজনি মটক (upper Matak) খণ্ডৰ মাটিখিনি ওখ আৰু বাম থকাত চাহ, কানি, কপাহ, কুঁহিয়াৰ আৰু ধান যথেষ্ঠ হৈছিল। মাটিবৰ বৰসেনাপতিৰ সময়ত মটক ৰাজ্যৰ পৰা

৭০০০ মোন কপাহ ৰপ্তানি কৰা হৈছিল আৰু এই কপাহখিনি অতি উত্তম মানৰ হোবাৰ বাবে প্ৰতি মোনত ৪ টকাকৈ বিক্ৰী হৈছিল। কপাহৰ বাদেও মটক ৰাজ্যৰ পৰা ধান, গুৰ, মিঠাতেল, কপাহী কাপোৰ, নানাবিধ ৰং, কাঠ আৰু হাতীদাঁত ৰপ্তানি কৰা হৈছিল আৰু এয়েই মটক ৰাজ্যৰ সমৃদ্ধিশালীতাৰ প্ৰমাণ কৰে। কিন্তু কেৱল কৃষিয়েই যে মটক প্ৰজাসাধাৰণৰ একমাত্ৰ জীৱিকা আছিল এনে নহয়। ৰাজ্যৰ বহুতো লোকে কমাৰ, মিস্ত্ৰি, মৎস্য আদি অন্যান্য ব্যৱসায়ো কৰিছিল (were engaged in agriculture, carpentary, blacksmithy, goldsmithy, pottery, ivory works and fishery etc.)।

ৰাজ্যৰ যোগাযোগ ব্যৱস্থাৰ বাবেও বৰসেনাপতিয়ে মনোযোগ দিছিল আৰু সেই সময়ত বহুতো আলি বনোৱাৰ উপৰিও ব্ৰহ্মপুত্ৰ, ডিব্ৰু, দিহিং, টিৰাংই, চেচানদীয়েদি নাবেৰে বয়-বস্তু অনা-নিয়া কৰা হৈছিল। ব্ৰহ্মপুত্ৰত সেই সময়ত ধান, কপাহ, গুৰ আদিৰে ভৰপূৰ নাৱৰ চলাচল সকলো সময়তে দেখা গৈছিল।

মটক ৰাজ্যৰ জনসংখ্যা সম্পৰ্কে কিছু তথ্য বৃটিছ বুৰঞ্জীবিদ পেম্বাৰটনে দি গৈছে। তেওঁৰ মতে ১৮২৬ খ্ৰীষ্টত যেতিয়া মাটিবৰ বৰসেনাপতিয়ে বৃটিছৰ সৈতে চুক্তি কৰে তেতিয়া মটক ৰাজ্যত মুঠ ঘৰ (number of houses) আছিল ১০,০০০ (দহ হাজাৰ) টা আৰু জনসংখ্যা আছিল প্ৰায় ২৫,০০০ হাজাৰ। কিন্তু অন্য এজন বুৰঞ্জীবিদ ৰবীনচনৰ ভাষ্য মতে মটক ৰাজ্যৰ জনসংখ্যা আছিল ৫০,০০০ (পশ্চাশ হাজাৰ)। জনসাধাৰণৰ মাজত ধৰ্মীয় সহিষ্ণুতা আছিল। মটক ৰাজ্যৰ বহু প্ৰজাই মায়ামৰা মহন্তৰ ওচৰত শৰণ লৈছিল আৰু তাৰ ফলত ডিব্ৰুগড় জিলাৰ লাহোৱালত গড়পাৰা সত্ৰ প্ৰতিষ্ঠা কৰিব লগা হৈছিল। এই গড়পাৰা সত্ৰৰ প্ৰতিষ্ঠাপক সত্ৰাধিকাৰ আছিল হৰিময়দেৱ। মাটিবৰ বৰসেনাপতিৰ সময়ত মায়ামৰা সত্ৰৰ উপৰিও কেইবাটাও ব্ৰাহ্মণসত্ৰ (Brahminical Satras) প্ৰতিষ্ঠিত হৈছিল আৰু এই ধৰ্মীয় লোকসকলক কেতিয়াও ধৰ্মৰ নামত অবিচাৰ অথবা অত্যাচাৰ কৰা নহৈছিল। মায়ামৰা মহন্ত ভক্তানন্দদেৱে বৰ্মী আক্ৰমণৰ সময়ত (১৮২২ খ্ৰীষ্টত) মাজুলীৰ গড়মূৰলৈ অস্থায়ীভাৱে হ'লেও সত্ৰ তুলি নিছিল আৰু তাত ৪ বছৰ থকাৰ পাছত ১৮২৬ খ্ৰীষ্টত যোৰহাটৰ খুটীয়া পুতাৰ ওচৰত ৰৰভেটিত স্থায়ীভাৱে সত্ৰ স্থাপন কৰিছিল। পাছত মাটিবৰ বৰসেনাপতিৰ আমন্ত্ৰণক্ৰমে ১৮৩৩ খ্ৰীষ্টত মহন্তদেৱে মটক ৰাজ্যলৈ আহি ৰঙাগড়াত পুনৰ সত্ৰ পাতে। কিন্তু ঠাইডোখৰ সিমান সুবিধাজনক নোহোৱাত দিনজয় নদীৰ পাৰত ১৮৩৭ খ্ৰীষ্টত দিনজয় সত্ৰ প্ৰতিষ্ঠা কৰে আৰু কালক্ৰমত ই দিনজয় মায়ামৰা সত্ৰ হিচাপে প্ৰখ্যাত হৈ পৰে। □

# অনান্য মটক ৰাজ্য

সৰ্বানন্দ সিংহৰ মটক ৰাজ্যৰ উপৰিও আৰু কেইবাখনো মটক ৰাজ্য আছিল। অন্যান্য সেই কেইখন মটক ৰাজ্যৰ বিষয়ে আলোচনা কৰাৰ আগতে প্ৰথমে সৰ্বানন্দ সিংহৰ মটক ৰাজ্য প্ৰতিষ্ঠাৰ বিষয়ে পুনৰ আলোচনা কৰিব পাৰি। লক্ষ্মীসিংহৰ মৃত্যু হ'ল ১৭৮০ খ্ৰীষ্টৰ ডিচেম্বৰ মাহত। তেওঁৰ মৃত্যুৰ পাছত ৰাজপাটত উঠে তেওঁৰ ১৫ বছৰীয়া পুত্ৰ গৌৰীনাথ সিংহ। ৰজা হৈয়েই তেওঁ মোৱামৰীয়া সকলৰ ওপৰত অত্যাচাৰ কৰিব ধৰিলে। নতুন ৰজাৰ এনে কঠোৰতাত পুনৰ মোৱামৰীয়াসকল ৰাজাৰ বিৰুদ্ধে সক্ৰিয় হৈ উঠিল। ১৭৮২ খ্ৰীষ্টৰ বহাগ মাহৰ এদিনাখন ৰাতি গৌৰীনাথ সিংহই মাছ মাৰি উভতি আহোতে গড়গাওঁৰ ওচৰৰ নাজিৰাঘাটত বহুত মোৱামৰীয়াই হাতত জোৰলৈ ৰজাৰ মানুহৰ মাজত সোমাই গড়গাওঁ নগৰৰ ভিতৰ সোমাই পালি-পহৰীয়া বহুতক মাৰি ঘৰত জুই দিয়াত ৰজাই হাতীত উঠি ৰাজপ্ৰাসাদ পালেগৈ। পাছত [illegible]সকলে সমগ্ৰ নগৰতে জুই লগাই দিবলৈ চেষ্টা কৰিলে যদিও ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াৰ সাহসী মোকাবোলাত মোৱামৰীয়াসকলক নগৰৰ পৰা বাহিৰ কৰি দিব পৰা হয়। এই ঘটনাৰ পাছতে ঘনশ্যাম বুঢ়াগোহাঁইদেৱৰ মৃত্যু হয় আৰু তেওঁৰ পুতেক পূৰ্ণানন্দই বুঢ়াগোহাঁই পদত অধিষ্ঠিত হয়। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনতো মোৱামৰীয়াসকলে ৰাজধানী ৰংপুৰ আক্ৰমণ কৰে যদিও পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে বিদ্ৰোহী সকলক পৰাস্ত কৰি নগৰ বাহিৰ কৰি দিলে। বিচক্ষণ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কৌশলেৰে মোৱামৰীয়াসকলক হাত কৰিবলৈ ৰজাক দিয়া উপদেশ কৰ্ণপাত কৰাৰ পৰিবৰ্তে অত্যাচাৰ অব্যাহত ৰাখিলে। অত্যাচাৰ অব্যাহত ৰখাত মোৱামৰীয়াসকলে ১৭৮৬ খ্ৰীষ্টত তৃতীয়বাৰ বিদ্ৰোহৰ সূচনা কৰে আৰু এই বিদ্ৰোহৰ পৰিসৰ ইমানেই বিস্তৃত আছিল যে অৱশেষত গৌৰীনাথ সিংহই কোনোমতে এই বিদ্ৰোহ দমন কৰিব নোৱাৰি ৰাজধানী এৰি কেইবাজনো বিষয়াবৰ্গৰ সৈতে গুৱাহাটীলৈ পলাই গ'ল। ১৭৮৮ খ্ৰীষ্টত মোৱামৰীয়াসকল প্ৰধান অংশটোৱে ৰংপুৰত ভৰতসিংহক ৰজা বুলি ঘোষণা কৰে আৰু ভৰত সিংহই নিজা নামেৰে মুদ্ৰা মৰায়। অৱশ্যে ভৰত সিংহৰ ৰাজ্যও বেছিদিন নিটিকিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে পুনৰ আক্ৰমণ কৰি ৰজাক যুদ্ধত পৰাস্ত কৰি হত্যা কৰে আৰু পুনৰ ৰংপুৰ উদ্ধাৰ হয়। তথাপিতো ৰজাৰ এনে অসহায় অৱস্থা দেখি বহুতো সৰু সৰু ৰজা কেএাঁবন গজাৰ দৰে মূৰ দাঙি

উঠিল। বেংমৰাত মৰাণসকলে সৰ্বানন্দক ৰজা বুলি ঘোষণা কৰিলে। সৰ্বানন্দ আৰু ভৰত সিংহ দুয়ো নিজৰ নামত সোণ আৰু ৰূপৰ মুদ্ৰ উলিয়াইছিল। (ড° লক্ষ্মীদেৱী—অসম দেশৰ বুৰঞ্জী, পৃষ্ঠা ৩১১)।

মোৱামৰীয়াৰ হাতৰ পৰা ৰংপুৰ দখল কৰা পাছত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই বেংমৰা ৰাজ্যখনো উফৰাবলৈ মন মেলিলে। সেয়েহে ১৮০৫ খ্ৰীষ্টত মধ্যভাগত ডেকা ফুকনৰ নেতৃত্বত ৫টা সুদক্ষ সৈন্যবাহিনী লৈ ভিতৰুৱাল ফুকন, বচা ৰাজখোৱা আদি সহ ডিব্ৰু নদী পাৰহে ভূটিয়াটিঙত সৰ্বানন্দ সিংহৰ সৈতে ঘোৰতৰ যুদ্ধ হয় আৰু অৱশেষত সৰ্বানন্দ সিংহ যুদ্ধত পৰাস্ত হৈ চিংফৌ-খামটিৰ সৈতে বুজা-পৰাত অহাৰ চেষ্টা কৰে। অন্যহাতে সৰ্বানন্দৰ বীৰ পুত্ৰ মাটিবৰে অসীম বীৰত্বৰে যুঁজদি থাকিও বুঢ়াগোহাঁইৰ সৈন্যদলক পৰাস্ত কৰিব নোৱাৰি হোলোঙা গুৰিলৈ পিচহুহকি যায় আৰু তাত ভীষণ বৰষুণ আৰু ডিচেণ্টী, জ্বৰ আদিত ভুগি প্ৰায় ১ হাজাৰজন সৈন্যই প্ৰাণ হেৰুৱায়।

অন্যহাতে খোৱা বস্তুৰ অভাৱতো বহুতো মোৱামৰীয়া সৈন্য বুঢ়াগোহাঁইৰ ওচৰত আত্মসমৰ্পণ কৰে আৰু আত্মসমৰ্পিত এই সকলক ঘিলামৰাত সংস্থাপিত কৰেঁ আৰু তেওঁলোকৰ ওপৰত পৰ্য্যবেক্ষণৰ বাবে এদল সৈন্যও ৰখা হয়। কিন্তু বুঢ়াগোহাঁইৰ সৈন্যগণো বহু ক্ষতি স্বীকাৰ কৰিব লগাত পৰে আৰু সৰহ দিন সুসংগঠিত আৰু শক্তিশালী মোৱামৰাসকলক পৰাজয় কৰি ৰাখিব পৰা নহ'ব বুলি পতিয়ন যোৱাত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই অতি দূৰদৰ্শীতাৰে সৰ্বানন্দ সিংহৰ লগত যোগাযোগ কৰে আৰু তেৰোঁ এনে যোগাযোগৰ প্ৰতি সঁহাৰি জনায় যদিও এই চুক্তি সম্পন্ন হোৱাৰ আগতেই তেওঁৰ মৃত্যু ঘটাত পুত্ৰ মাটিবৰহে এই চুক্তি সম্পন্ন কৰে। এই চুক্তি অনুক্ৰমে বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ এই ৰাজ্যখণ্ড স্বাধীন ৰাজ্য হিচাপে স্বীকৃতি দিয়ে যদিও বছেৰেকীয়া কৰ দিয়াটো বাধ্যতামূলক হৈ পৰে। এনে চৰ্তসমূহ পূৰণ কৰাত ৰজা হিচাপে স্বীকৃতি প্ৰদান কৰাৰ উপৰিও সন্মানীয় আৰু বীৰত্বসূচক বৰসেনাপতি উপাধিও প্ৰদান কৰে।

এনেকৈয়ে মোৱামৰীয়া বিদ্ৰোহৰ ফলশ্ৰুতিত বেংমৰা মটক ৰাজ্যৰ উপৰিও আৰু তিনিখন মটক ৰাজ্য যেনে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে জাপৰিভিটা, মাজুলী আৰু ৰংপুৰত প্ৰতিষ্ঠা হৈছিল যদিও বেংমৰা মটক ৰাজ্যই হে প্ৰকৃত অৰ্থত প্ৰতিষ্ঠা আৰু স্থিৰতা লাভ কৰে— ১৮৩৯ খৃষ্টাব্দ পৰ্যন্ত। (Four Matak kingdoms independent of each other, one in Japaribhita in the North Bank, one in Majuli and two in the South Bank at Rangpur and Bengmara were established following Moamaria revolution n 1769, although Bengmara lasted long till its taking over by the Britisher's in 1839).

উপৰুক্ত মটক ৰাজ্য সম্বন্ধে চমুকৈ আলোচন কৰা যাওক। গৌৰীনাথ সিংহৰ ৰংপুৰৰ পৰা পলায়নৰ পিছত মোৱামৰীয়াসকলে ৰংপুৰ ৰাজধানী দখল কৰে ১৭৮৮ চনৰ ২০ জানুৱাৰীৰ দিনা। মায়ামৰা গোসাঁই পিতাম্বৰদেৱৰ সৈতে আলোচনা কৰি ৰাজ্যখন পুনৰ গঠনৰ সিদ্ধান্ত লয়। এই অনুক্ৰমে হৰিহৰ তাঁতী আৰু হাওহা (Howha)-ক উত্তৰ পাৰৰ প্ৰশাসনীয় কাম-কাজ চোৱা-চিতাৰ দায়িত্ব দি তালৈ পঠোৱা হ'ল আৰু সেই অনুক্ৰমে হৰিহৰ তাঁতীয়ে জাপৰিভিটাত এজন স্বতন্ত্ৰ মূৰব্বী (independent king) হিচাপে ৰাজ্য চলাবলৈ ধৰিলে। এই জাপৰিভিটা দণ্ডলা পাহাৰৰ পৰা ব্ৰহ্মপুত্ৰ পৰ্যন্ত বিস্তৃত আছিল। এই জাপৰিভিটা বৰ্তমানৰ লক্ষীমপুৰ জিলাৰ অন্তৰ্গত আৰু ৰাজ্যৰ প্ৰধান কাৰ্যালয় আছিল অৰুণাচল প্ৰদেশ অন্তৰ্গত বান্দৰদোৱা পাহাৰৰ (Bandardowa) ওচৰত। হৰিহৰ তাঁতীদেৱ বহু জনহিতকৰ কামেৰে প্ৰজাৰ মাজত জনপ্ৰিয় হৈছিল আৰু জনসমৰ্থনৰ আধাৰত দেশ গণতান্ত্ৰিক প্ৰথাৰে ৰাজ্য শাসনৰ ব্যৱস্থা কৰিছিল। তেওঁ তেওঁৰ ৰাজ্যৰ সীমা শদিয়া পৰ্যন্ত বহলোৱাৰ চেষ্টা কৰোতে খামটিৰ সৈতে হোৱা এখন যুদ্ধত তেওঁৰ মৃত্যু ঘটে। তাঁতীৰ মৃত্যুৰ পাছত শগুনকানীপাৰা (Sagunkani para) নামৰ এজন লোকে ৰজা হোৱাৰ কথা জনা যায় আৰু এওঁৰ দিনতে এই ৰাজ্য খণ্ড আহোম ৰজাৰ হস্তগত হয়। মটক মাজুলীখণ্ড শাসন কৰিছিল হাওহাই কিন্তু বেছিদিন ৰাজ্য চলাবলৈ নাপালে। ১৭৯২ খ্ৰীষ্টত ভৰত সিংহই মাজুলী খণ্ড শাসন কৰে। পাছত আহোম ৰজাৰ সৈতে হোৱা এখন যুদ্ধত ভৰত সিংহৰ মৃত্যু ঘটাত মাজুলীও পুনৰ আহোম ৰাজ্যৰ হস্তগত হয়।

এনেকৈয়ে ১৭৬৯ খ্ৰীষ্টত এক বিপ্লৱেৰে মায়ামৰা মৰাণ-মটকসকলে দুবাৰকৈ আহোম ৰাজধানী ৰংপুৰ হস্তগত কৰিছিল; যদিওবা অৱশেষত বেংমৰা মটক ৰাজ্যখনেহে প্ৰকৃত অৰ্থত প্ৰতিষ্ঠা লাভ কৰে। অন্য মটক ৰাজ্যতকৈ অধিক শক্তিশালী আৰু অধিক স্থায়ী এই মটক ৰাজ্যখন উপযুক্ত নেতৃত্বৰ অভাৱৰ বাবে নহয়—বৃটিছৰ আগ্ৰাসী মনোভাৱৰ বাবেহে বৃটিছৰ হাতলৈ গ'ল। (The Matak kingdom fell into British hands not due to lack of efficient leadership but mainly due to British imperialistic policy). □

# মটক ৰাজ্যৰ স্মৃতি চিহ্ন

মটক ৰাজ্যৰ ৰাজধানীখন সম্পূৰ্ণৰূপে সুৰক্ষিত কৰি ৰাখিবৰ বাবে ৰাজধানীৰ চাৰিওদিশে গড়মৰা আছিল আৰু ৰাজধানীৰ প্ৰধান কাৰ্যালয় সমূহত বৰ্তমানৰ চেনাইৰাম উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কাষতে আছিল বুলি জনা যায়। মটক ৰজাসকলে যাতায়তৰ সুবিধাৰ্থে বহুতো আলি বন্ধোৱাৰ উপৰিও বহুতো পুখুৰীও খন্দাইছিল। ৰাস্তাৰ ভিতৰত হাতীআলি, ৰঙাগড়া আলি, জয়পুৰ আলি আদিৰ চিহ্ন এতিয়াও বিৰাজমান। পুখুৰীসমূহ আছিল—বেংমৰা পুখুৰী, তিনিচুকীয়া পুখুৰী, কুবৈ পুখুৰী, কদমনী পুখুৰী, ন পুখুৰী, কুবৰী পুখুৰী, লেমটেম পুখুৰী, কুন্তী পুখুৰী, দেৱী পুখুৰী, বাট পুখুৰী, লেওগনি পুখুৰ, বৰপুখুৰী আদি। কিছুমান ঐতিহ্য বহনকাৰী পুখুৰীসমূহৰ অৱস্থান বৰ্ণনা কৰা হ'ল।

(১) বেংমৰা পুখুৰী ঃ তিনিচুকীয়া নগৰৰ ৪০২ নং দাগত ই অৱস্থিত আৰু ইয়াৰ মাটিকালি ৩ বিঘা, ৪ কঠা, ১১ লোচা।

(২) তিনিচুকীয়া পুখুৰী ঃ গোধা বৰবৰুৱাই খনা এই পুখুৰী তিনিচুকীয়া নগৰৰ ১০ নং চিটৰ ৪১৬৫ নং দাগত অৱস্থিত আৰু ইয়াৰ মাটিকালি ৩ বিঘা, ৩ কঠা, ১৩ লোচা। এই তিনিকোণীয়া পুখুৰীৰ নাম অনুসৰি ১৮৬৪ চনৰ পৰা ক্ৰমে বেংমৰা নামৰ ঠাইত তিনিচুকীয়া নামে প্ৰাধান্য লাভ কৰে। তদুপৰি তিনিচুকীয়া নগৰৰ মাজ মজিয়াত অৱস্থিতি থকা দেৱী পুখুৰী (৩ নং চিটৰ ১০০০ নং দাগৰ ১ বিঘা, ৪ কঠা, ১০ লোচা) আৰু ককৰাতলি গাঁৱত থকা কুন্তী পুখুৰী (৪ বিঘা, ২ কঠা, ৪ লোচা) বেংমৰা ৰাজ্যৰ প্ৰাচীন স্মৃতি চিহ্ন দেৱী পুখুৰী হয়তু কোনো মাঙ্গলিক কামৰ কাৰণে দেৱীৰ ওচৰত জন্তু আদি উছৰ্গা কৰাৰ উপৰিও পূজা-পাৰ্বন সমাধা কৰাৰ উদ্দেশ্যেই খনোৱা হৈছিল বুলি জনবিশ্বাস আছে। বেংমৰা ৰাজ্যৰ ৰজা সৰ্বানন্দ সিংহৰ পূৰ্ব পুৰুষসকল হয়তু শাক্ত ধৰ্মৰ অনুগামীও হ'ব পাৰে—জনামতে দেৱী পুখুৰীত অষ্টভূজা দেৱীৰ এটি মূৰ্তিও উদ্ধাৰ কৰি গুৱাহাটীৰ যাদুঘৰত ৰাখি থোৱা আছে। পানীতোলা বাগিছাৰ অন্তৰ্গত ৰূপহী পুখুৰীও অন্যতম ৰাজকীয় পুখুৰী। ৰজা সৰ্বানন্দ সিংহই খন্দোৱা বহু পুখুৰীৰ ভিতৰত বজালতলী গাঁৱত অৱস্থিত লেওগনি পুখুৰী (৩ বিঘা, ১ কঠা, ৯ লোচা) দাগ নং ৪২১ত অৱস্থিত। বাটৰ পুখুৰী দাগ নং ২৫৩, মাটিকালি ৩ বিঘা, ৩ কঠা, ১৩ লোচা লেমটেন পুখুৰী দাগ নং ৬১, মাটিকালি ১ বিঘা, ৩

কঠা, ১৯ লোচা বৰপুখুৰী মাটিকালি মুঠ ৫ বিঘা, ১ কঠা, ১৩ লোচা আদিয়ে ঐতিহাসিকতা বহন কৰিছে।

**(৪) কুবৈ পুখুৰী (Kawoi Pukhuri) ঃ** দাগ নং ৩১৬-ত অৱস্থিত আৰু ইয়াৰ মাটিকালি ১০ বিঘা, ৪ কঠা, ২ লোচা। কদমনী পুখুৰী অৱস্থিত ৭৪৮ দাগত।

**(৫) ন-পুখুৰী (Na-Pukhuri) ঃ** মাটিবৰ সেনাপতিয়ে খনোৱা এটা বৃহৎ পৰিসৰৰ পুখুৰী। তিনিচুকীয়া নগৰৰ দাগ নং ২০৮৩ —ত অৱস্থিত আৰু ইয়াৰ মাটিকালি ১০ বিগা, ৩ কঠা, ৪ লোচা।

ৰজা সৰ্বানন্দ সিংহৰ মন্ত্ৰী গোধা বৰুৱাই বেংমৰা নগৰৰ পৰা নগা পাহাৰ আৰু গড়গাঁৱলৈ যাব পৰাকৈ 'গোধা আলি' আৰু ১৭৯৩ খ্ৰীষ্টত খন্দোৱা গোধা পুখুৰীও ঐতিহ্য বহনকাৰী চিহ্ন। তিনিচুকীয়া নগৰৰ পৰা ১০ কিঃ মিঃ দূৰত্বত (উত্তৰ দিশে) অৱস্থিত ৰঙাগড়া বাগিছাৰ ভিতৰত সৰ্বানন্দ সিংহ আৰু তেওঁৰ পুত্ৰ মাটিবৰ বৰসেনাপতিৰ সমাধি আছে। 'মেকনেল এণ্ড বেৰী' কোম্পানীয়ে বৰ্তমান সেই ঠাই দখল কৰি আছে। অৱশ্যে ৰাইজৰ দাবীত বাগিছাৰ মাজতে সৰু সৰু তিনিটা ঘৰৰ ভেটি, শ্মশান আৰু নাদবুলি ১৯৮০ চনৰ পুনৰ বন্দোবস্তিত মুঠ দুই লোচা মাটি সংৰক্ষণ কৰা হ'ল। (অসম বাণী ফেব্ৰুৱাৰী ২০, ১৯৮৭)। উল্লেখযোগ্য যে অলপতে মটক ৰজা সৰ্বানন্দ সিংহৰ মৈদামটো কোনো চুৰে খান্দি বহুতো মূল্যবান সামগ্ৰী চুৰি কৰি নিয়ে। (দৈনিক অসম, ২০ ফেব্ৰুৱাৰী, ১৯৮৭)। আচলতে চৰকাৰ অথবা অন্যান্য প্ৰাসঙ্গিক কোনো সংগঠনে প্ৰাচীন বেংমৰা ৰাজ্যৰ কীৰ্তিচিহ্ন বিলাক সংৰক্ষণৰ ব্যৱস্থা নোলোৱাৰ বাবেহে এনে দুখজনক পৰিস্থিতিৰ যে উদ্ভৱ হৈছে তাত সন্দেহ নাই। সেয়েহে প্ৰাচীন কীৰ্তিচিহ্নসমূহৰ উপযুক্ত ৰক্ষণাবেক্ষণ কৰিব পাৰিলেহে প্ৰাচীন বেংমৰা ৰাজ্যৰ ঐতিহ্য আৰু স্মৃতি জনমানসত সজীৱ কৰি ৰাখিব পৰা যাব। অন্যথা সকলো পাহৰণিৰ গৰ্ভত হেৰাই যোৱাৰ পূৰ্ণ সম্ভাৱনা। সৰ্বানন্দ ৰজাই মৰোৱা আঠচুকীয়া ৰূপৰ মোহৰো অসমৰ প্ৰাচীন ৰাজহুৱা সম্পত্তি। তেনেকৈ ভৰত সিংহই মৰোৱা মুদ্ৰা সমূহো। ভৰত সিংহই মৰোৱা মুদ্ৰাত লিখা আছে এনেধৰণে—

**এপিঠিত**

**শ্ৰীশ্ৰীকৃষ্ণ চৰণবৃন্দ মকৰান্দ প্ৰমত্ত মধুকাৰস্য**

**সিপিঠিত**

**শ্ৰীভগদত্ত কুলস্ত**

শ্রীভৰত সিংহ নৃপস্য, শক ১৮১৮

**(Coins)**

One Rupee coin of Bharat Singha (1718 Saka, 1796 A.D.)

**Reverse**

Sri Sri Krishna Charana Binda
Makaranda Pramatta
Madhukarashya

**Observe**

Sri Bhagadatta Kuludbhara
Shri Bharata Singha
Nripasya—Saka 1718. □

# ৰাধা-ৰুক্মিণীৰ নেপথ্য কাহিনী

মোৱামৰীয়া বিদ্ৰোহত অসীম সাহসেৰে প্ৰচণ্ড প্ৰতাপী আহোম ৰজাৰ বিৰুদ্ধে যুঁজি মৰাণ কুঁৱৰী ৰাধা-ৰুক্মিণীয়ে যি অভিলেখ সৃষ্টি কৰিছিল তাৰ তুলনা অসীম। এই দুগৰাকী মহিয়সী নাৰীৰ নেপথ্য কাহিনীও চমৎকাৰ। মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম নায়ক ৰাঘৱ মৰাণৰ ঘৰ আছিল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে, মাজুলীৰ সিপাৰে। বিদ্ৰোহৰ অন্য এগৰাকী প্ৰতাপী নায়ক নাহৰ খোৱাৰ দূৰ সম্পৰ্কীয় ভাগিন ল'ৰাৰ নামেই ৰাঘৱ মৰাণ। এওঁলোক ৰাজবংশৰ বুলি জনা যায়। সৰুতেই মাক-বাপেকক হেৰুৱাই এক নিঠৰুৱা জীৱন কটাব লগা হোৱাত জীৱনত বৰ্তি থাকিবৰ বাবে কম কষ্ট কৰিব লগা হোৱা নাছিল। আহোম ৰজা ঘৰত নিয়মীয়া খৰি শোধাৰ আৰু অন্যান্য কাম কৰিব লগা হৈছিল—যাৰ বিনিময়ত ৰাঘৱে ৰজাঘৰৰপৰা পাইছিল দহ পুৰা নিষ্কৰ মাটি। ৰাঘৱৰ অৱশ্যে এটি সুবিধা আছিল যে তেওঁ নিজে খৰি কাটি নিদি তাৰ বাবে অন্য মানুহ লগাই খৰি কটাই নাও ভৰাই ৰজাঘৰত খৰি দিব লাগিছিল। সাত নাও প্ৰতি সাত দিনে। তাৰোপৰি হাতী শোধোৱা কামৰ লগতো এওঁৰ দায়িত্ব নিচেই কমকৈ নাছিল, কীৰ্তিচন্দ্ৰ বৰবৰুৱাই এই ৰাঘৱক নিজৰ নিমিত্তে আৰু দুই নাও খৰি যোগাবলৈ আদেশ দি ৰাঘৱৰ অন্তৰত আঘাত দিছিল।

ৰাঘৱৰ ঘৰৰ ওচৰতে নিধিৰাম মৰাণৰ ঘৰ আছিল। এই নিধিৰাম মৰাণৰ সুন্দৰী জীয়েক হ'ল ৰুক্মিণী। এই ৰুক্মিণীৰে সৈতে ৰাঘৱৰ আন্তৰিকতা ভাল পোৱা আছিল। বহাগ বিহুত ৰাঘৱ ৰুক্মিণীৰ বিহু আছিল অপূৰ্ব জাকতজিলিকা, দুয়োৰে বয়সৰো বৰ হেৰফেৰ নাছিল। ৰাঘৱ ৰাক্মিণীতকৈ মাত্ৰ ৫ বছৰহে ডাঙৰ আছিল। ৰাঘৱে ৰাক্মিণীক স্ত্ৰী হিচাবে পাবলৈ হেঁপাহ কৰিছিল যদিও নিজৰ লজ্জাবোধৰ বাবে তাক প্ৰকাশ কৰিব পৰা নাছিল। ৰুক্মিণীৰো গতি একেই হৈছিল। ফলস্বৰূপে নাহৰ খোৱা মৰাণে বিয়া কৰাইছিল ৰুক্মিণীক। ৰাঘৱে এই কথাত গভীৰ বেজাৰ পাইছিল আৰু ভৱিষ্যতে বিয়া নকৰাৰ সিদ্ধান্ত কৰি পেলাইছিল।

এই ৰুক্মিণীৰ গাত, গাঁৱত সাধাৰণতে নাম গোৱা, সবাহ আদি হ'লে হঠাৎ জক উঠা, হঠাৎ কঁপা আৰু মুখেৰে বলকা এটা অভ্যাস আছিল। নাহৰৰ লগত বিয়া হোৱাৰ পাচতো তাৰ এই অভ্যাসটো আছিল। ৰুক্মিণীৰ মনতো

ৰাঘৱৰ চিন্তাই দহি পুৰি মাৰিছিল। নাহৰৰ লগতো ৰুক্মিণীৰ মতানৈক্য হৈছিল আৰু নাহৰৰ লগত সাত বছৰ কটোৱা পাছতো কোনো সতি-সন্ততিৰ মুখ দেখা নোপোৱাত ৰুক্মিণীৰ হিয়া ভাগি পৰিছিল।

ৰাধা নামৰ অন্য এগৰাকী পত্নীও আছিল নাহৰৰ। ৰাধা ৰুক্মিণীতকৈ বহুতো ডাঙৰ। নাহৰে দ্বিতীয় পত্নী ৰুক্মিণীক বিয়া কৰি আনোতেই নাহৰৰ পুতেক ৰমাকান্ত আছিল চফল ডেকা। ৰাধাৰ ৰমাকান্তৰ বাদেও আৰু দুটি ল'ৰা আছিল।

আহোম চাউদাঙৰ কোব খাই ৰাঘৱ মৰাণে প্ৰথমতে নাহৰৰ মাৰল ঘৰৰ জুহালতে আহি নাহৰৰ সৈতে ৰজাৰ অত্যাচাৰৰ কথা আলোচনা কৰিছিল। ৰাধা আৰু ৰুক্মিণীয়েও কথাত ভাগ হৈছিল। পিছদিনাই নাহৰ, ৰাঘৱ, ৰমাকান্ত তিনিও গা-পা ধুই শাক-পাচলিৰে ভাত ৰান্ধি মোৱামৰীয়া গোসাঁই ঘৰলৈ গৈ দণ্ডৱতৰে সৈতে গোসাঁই প্ৰভুক চমতাৰ কোবৰ চিন দেখুৱাই সকলো কথা ব্যক্ত কৰিলে। গোসাঁই প্ৰভুৱে তেতিয়া সকলো শিষ্যকে লৈ বৰ সবাহ পতাৰ দিহা কৰি তাতে সকলো সিদ্ধান্ত লোৱাৰ কথা ঠিক কৰিলে। আৰু তাতেই অৰ্থাৎ বৰ সবাহতে মাইকী বা মতা মানুহৰে হওক কী বা দেউধনী তোলাই যুদ্ধৰ জয়-পৰাজয়ৰ কথা জনা যাওক। এই পৰামৰ্শ অনুসাৰেই গোসাঁই প্ৰভুৱে সকলো শিষ্যলৈ আকৌ পত্ৰ প্ৰেৰণ কৰি বৰ সবাহৰ আয়োজন কৰে।

ৰাঘৱ নাহৰৰ ঘৰত থাকোতেই দুয়ো পুনৰ মৰমত আকুল হৈছিল। এদিনাখন ৰুক্মিণীয়ে, ৰাঘৱৰে সৈতে ধুনীয়া ধুনীয়া নিজ হাতে বোৱা মুগাৰ ৰিহা মেখেলা পিন্ধি, গাত খনীয়া কাপোৰ লৈ ডিঙিত মৰাণ মণি পিন্ধি, নাৱেৰে সৈতে মাকৰ ঘৰলৈ গৈছিল। নাৱতে দুয়ো আৰম্ভ কৰিছিল—যৌৱনৰ আগৰ কথাবোৰলৈ। ৰাঘৱেও সিদিনা অন্তৰৰ সমূহ কথা ৰুক্মিণীৰ আগত ব্যক্ত কৰিছিল—ভৱিষ্যতৰ বিয়াৰ বাবেও (ঘটনাক্ৰমে) বাগদান একপ্ৰকাৰ দুয়োৰে মাজত নাৱতেই হৈ গৈছিল।

অৱশেষত বৰ সবাহৰ দিন পালেহি। গোসাঁই প্ৰভুৱে 'ধাতু তাম্ৰক্ষৰী' পুথিখন মেলি লৈ মন্ত্ৰ মতাৰ লগে লগে শ্যামা নামেৰে এজনী তিৰোতা আৰু ৰাধা, গোসাঁইৰ ওচৰলৈ আহিল আৰু গোসাঁই প্ৰভুৰ আদেশত গান গাবলৈ আৰম্ভ কৰাৰ লগে লগে ৰাধাৰ গাত দেওধনী উঠিল। শ্যামাই আঁঠু লৈ সোধাত ৰাধাই ক'লে যে তাইৰ গাত চামোন দেৱতাই লম্ভিছে—ভগৱতীৰ আদেশত। লগে লগে চামোন দেৱতাক তুষ্ট কৰাৰ বাবে হাঁহ, পাৰ তাইৰ আগত দিয়াৰ লগে লগে পাৰ, হাঁহৰ কেঁচা তেজ খাই, তৰুৱালৰ ধাৰালি মুখত পৰি পৰি, জুই মুখেৰে খাই সকলোকে তবধ মনালে। শেষত দেওধনীজনীয়ে নাচি নাচি মূৰ

জোকাৰি জোকাৰি ক'বলৈ ধৰিলে, আহক, মোক কোনে কি সোধে সোধাহি। মই তহঁতৰ নামত বশ হৈ কৈলাশ এৰি আছোহি, মোৰ বেলি হ'ল। এতিয়া যাম। তেতিয়া ৰমাকান্তই সোধাত ক'লে, 'তহতে অকলে আহোম ৰণুৱাক বলে নোৱাৰিবি। মই যেতিয়া ৰণচণ্ডী বেশ লৈ তহঁতক চলাই নিম আৰু সিফালে ৰুক্মিণীয়ে ভৈৰবীৰ বেশ লৈ ৰাঘৱৰ দলক লৈ আনিব আৰু তহঁতৰ দল গৈ নামৰূপত মাজিউ গোসাঁইৰ লগ লাগিবি তেতিয়া আহোম ঘটিব। কিন্তু যুঁজত জিকি তহঁতে কাৰো ওচৰত অত্যাচাৰ নকৰিবি, মই আহিলো। এইখিনি কোৱাত ৰাধাই মাটিত ধাচ কৰি পৰাত ৰমাকান্তই তেলপান দি বিছ্যত আৰু বনগঞা ডেকা গোসাঁয়ে আহি কাণত কৃষ্ণ কৃষ্ণ কোৱাত উঠি ভাল হৈ চেলেংখন মূৰে গায়ে লৈ ৰাইজক সেৱা জনালে। ৰাইজে হৰ্ষধবনী কৰি, বঢ়া-টুটাৰ বাবে মাৰ্জনা বিচাৰি বৰ সবাহৰ প্ৰসাদ ৰমাকান্ত আৰু বনগঞা ডেকাই সকলোকে খাবলৈ বিতৰণ কৰিলে। তাৰ পাছতে মোৱামৰীয়া মহন্তই ৰজাৰ অত্যাচাৰৰ বিষয়ে কৈ যুদ্ধ আহ্বান দিয়াৰ লগে লগেই হলধৰ মৰাণে উক্ত সিদ্ধান্তক আদৰণি জনাই ত্ৰয়োদশী তিথিৰ দিনা যুদ্ধযাত্ৰাৰ বাবে প্ৰতিজ্ঞা কৰিলে। ত্ৰয়োদশীৰ দিনা অসংখ্য মোৱামৰীয়াই হাতত যাঠি লৈ গোসাঁইৰ সেৱা লৈ ডিব্ৰু নৈৰ কাষে কাষে আহি দিহিং মুখৰ ফাললৈ খোজ ল'লে। আহোতে ডিব্ৰুৰ চাউলখোৱা নামেৰে ঠাইত মোৱামৰীয়াহঁতে চাউল সিজাই খাইছিল আৰু তাৰেপৰাই হেনু চাউলখোৱা নামৰ উৎপত্তি। যথাসময়ত নামৰূপত মাজিউ গোসাঁই দেৱৰো লগ লাগিল আৰু ৰাক্মিণীক লগত লৈ ৰাধাই ৰণচণ্ডী বেশ লৈ জাপ মাৰি মাৰি—আহোমৰ সৈতে যুঁজ কৰি আৰু যুঁজত জয়লাভ কৰি ৰংপুৰ দখল কৰি ৰমাকান্ত ৰজা হৈ পৰিল।

ৰাঘৱ মৰাণে ৰাজকীয় নিচাত উন্মত্ত হৈ পৰিল। বহাগৰ বিহুলৈ সাত দিন থকাৰ দিনা ৰাঘৱৰ কাৰণ্ডেলৈ আহি কাৰেঙত থাকিব বিচাৰিছিল ৰুক্মিণীয়ে, যাতে কুৰঙ্গনয়নী আদি আহোম ৰাণী কেঁইগৰাকীৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিব পাৰে। পিছে ৰাঘৱে ৰুক্মিণীক কোনো প্ৰকাৰৰ সহানুভূতি নেদেখুৱাত ৰুক্মিণী লাহে লাহে আঁতৰি আহিছিল ৰাঘৱৰ ওপৰৰ পৰা মনৰ বেজাৰত। হয়তু ৰুক্মিণীৰ কাতৰ অনুৰোধ ৰাঘ মৰাণ বৰবৰুৱাই শুনা হ'লে কুৰঙ্গনয়নীৰ ষড়যন্ত্ৰ ওফৰি গ'লহেঁতেন! অসম বুৰঞ্জীৰ সুঁতি হয়তু তেতিয়া অন্য দিশে গতি ল'লেহেঁতেন। কিন্তু ৰাঘ মৰাণৰ শুভবুদ্ধি উদয় নোহোৱাত মোৱামৰীয়া ৰাজ্য শাসন তৎকাল অন্ত পৰিল। □

# মটা টুকুৰা বৰুৱা

তিনিচুকীয়া ওচৰৰ পানীতোলা এক মটক প্ৰধান অঞ্চল। পানীতোলা অঞ্চলবাসী ৰাইজে বেংমৰা মটক ৰাজ্যৰ বীৰ সেনাপতি, নিপুণ শিল্পী, কৰ্ম পৰায়ণ ব্যক্তি মটা টুকুৰা বৰুৱাক লৈ নিশ্চয় গৌৰৱ কৰিব পাৰে।

চিৰাচৰিত প্ৰথা অনুযায়ী ১৬৯০ শকৰ আহিন মাহত আহোম স্বৰ্গদেউ লক্ষ্মীসিংহৰ ৰাজদৰবাৰত কৰ সোধাব লাগে। কৰৰ ভিতৰত হাতী, লা, ৰং, মৌ ঢাৰিপাটি, বাঁহ-বেতৰ আচবাব আদি যোগাব লাগে। সেইমতে ১২ জনীয়া এটি দলে ৰাঘৱ মৰাণ আৰু নাহৰখোৰা শইকীয়াৰ নেতৃত্বত যথাসময়ত উপৰুক্ত বয়বস্তুসহ ৰাজ-হাউলিত উপস্থিত হয়। এই দলটোত ২০ বছৰীয়া বেথা বৰুৱাও আছিল। এই ল'ৰাজনৰ হাতী চলাব পৰা, বলাব পৰা, আৰু বাঁহ-কাঠৰ নানা ডিজাইনৰ বস্তু বনাম পৰা গুণৰ বাবে সকলোৰে আদৰৰ আছিল। এই গুণময় ল'ৰাজনক কিন্তু দলটোৱে বৰ কষ্টেৰেহে ঘৰৰ পৰা আনিব পাৰিছিল। পিতৃহীনা মাকৰ একমাত্ৰ গুণী পুত্ৰ বেথাক কিবা ৰাজৰোষত পৰাৰ ভয়ত দলটোৰ লগত কোনোমতে এৰি দিবলৈ মান্তি নহৈছিল মাকে। বহু বুজনিৰ পিছত আৰু ৰাজহাউলীৰ বাহিৰত থৈ যোৱাৰ প্ৰতিশ্ৰুতি আদায়ৰ পিছতহে মাকে বেথাক নিবলৈ অনুমতি দিয়ে। যি কি নহওক ৰজাক উপহাৰ দিবলৈ বেথাই নিজে বনোৱা কাঠৰ দুটা পিকদান হাতত লৈ নিৰ্দিষ্ট দিনত যোগানাকাৰী দলটোৱে ৰাজহাউলী পালেগৈ। ৰাজহাউলী পোৱাৰ পিছত দলটোৱে বেথাৰ মাকক কথা দিয়া মতে বেথাক ৰাজদৰবাৰৰ বাহিৰতে ৰাখিলে আৰু বেথাও উপহাৰ দিবলৈ নিয়া হাতী দুটাৰ তদাৰকী কামতে ব্যস্ত থাকিল। ৰজাক দিবলৈ নিয়া পিকদান দুটিও বেথাৰ হাততে থাকি গ'ল। বস্তু কেইপদ দিয়াৰ উপায় বিচাৰি দুৱৰী কেইজনক সোধাত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাদেৱৰ সৈতে সাক্ষাৎ কৰাই দিলে। কাঠেৰে নিৰ্মিত শংখ সদৃশ কাঠৰ পিকদান দুটি দেখি বৰবৰুৱা অত্যন্ত সুখী হৈ বস্তু কেইপদ কোনে বনোৱা বুলি সোধাত ল'ৰাটোৱে নিজে বনোৱা বুলি কোৱাত তেওঁ মনৰ আনন্দত ল'ৰাটোৰ নাম সুধিলে। ল'ৰাটোৱে নিজৰ নাম 'বেথা' বুলি কোৱাত ল'ৰাটোৰ গুণৰ লগত খাপ নোখোৱা বেথা নামৰ পৰিৱৰ্তে 'মটা টুকুৰা' নাম দিলে আৰু ৰজালৈ অনা উপহাৰ ৰজাক দিয়া হ'ব বুলি বেথাক প্ৰতিশ্ৰুতি দিলে। বেথা বৰ আনন্দিত হ'ল। ইতিমধ্যে ৰজা আৰু অন্যান্য ডা-ডাঙৰীয়াসকল হাতী চাবলৈ আহিল আৰু বৰবৰুৱাৰ লগত আলোচনা কৰি

হাতী উপযুক্ত নহয় বুলি ৰাজ ঘোষণা কৰিলে। অনুপযুক্ত হাতী যোগান ধৰাৰ বাবদ শাস্তি হিচাপে ৫ কোবৰ পৰা ২০ কোব পৰ্যন্ত চমতাৰ কোব আৰু নেতা ৰাঘৱ মৰাণৰ কানৰ লতিকা কটা যোৱাৰ কথাও ঘোষণা কৰা হ'ল। নিমিষতে ৰজাৰ এনে অন্যায় ঘোষণা শুনি দলটোৰ লগতে বেথা মৰ্মাহত হৈ পৰিল। তৎক্ষণাৎ ৰজাৰ ওচৰত বেথা উপস্থিত হৈ ৰাজকীয় এনে অন্যায় আদেশৰ প্ৰতিবাদ জনাই আৰু আদেশ বাতিলৰ দাবী জনালে। ডেকা ল'ৰাৰ এনে দুঃসাহস দেখি ৰজাৰ বৰ খং উঠিল আৰু চিপাহী চন্তৰীক বন্দী কৰাৰ আদেশ দিলে। অৱশ্যে পাছত বৰবৰুৱাৰ হস্তক্ষেপত বেথাক দুব্যৱহাৰৰ বাবে সাৱধান কৰি দি শাস্তিৰ পৰা ৰেহাই পালে।

ৰজাৰ ঘোষণা মতে বেথাৰ বাদে ৰাঘৱ মৰাণ আৰু নাহৰখোৰা শইকীয়া আদি সকলোৱে ৰজাৰ নিৰ্মম শাস্তি মূৰপাতি ল'বলগীয়া হ'ল। বেথা ঘৰলৈ ঘূৰিল। কিন্তু তেতিয়াৰে পৰা ৰাজবিৰোধী হৈ পৰিল। পুতেকৰ এনে ৰাজবিৰোধী আচৰণ দেখি ভয় খাই মাকে বেংমৰাৰ শ্ৰীপুৰিয়াত বাস কৰা মোমায়েক গোধা বৰবৰুৱাৰ ঘৰলৈ পঠাই দিলে, মোমায়েকৰ ঘৰত থাকি বেথাৰ জীৱন যথেষ্ট সলনি হৈ পৰিল। যুদ্ধবিদ্যা, ৰাজবিদ্যা, সমাজবিদ্যা অথবা ধৰ্মবিদ্যা সকলোৰে শিক্ষা আহৰণৰ সুযোগ পাই বেথা ওৰফে মটা টুকুৰা বৰুৱা সৰ্বগুণাকৰ হৈ পৰিল। অন্যহাতে পুত্ৰহীন গোধা বৰবৰুৱাই যেন মটা টুকুৰাৰ মাজতে পুত্ৰ পোৱা যেন পাই পুত্ৰবৎ স্নেহ কৰিবলৈ ধৰিলে।

১৭০৯ শকত বেংমৰাত সৰ্বানন্দ সিংহ ৰজা হ'ল। প্ৰধানমন্ত্ৰী হ'ল গোধা বৰুৱা আৰু সাহপিতৰ বাবে ইতিমধ্যে বিখ্যাত হৈ পৰা মটা টুকুৰা বৰুৱাই ৰাজ্যৰ অন্যতম সেনাপতি পদত অধিষ্ঠিত হ'ল। মটক ৰাজ্যৰ সীমান্ত সেনাপতি হিচাপে তেওঁৰ দায়িত্ব আছিল নগা, আবৰ, চিংফৌ, খামতি আদি দাঁতিকাষৰীয়া পৰ্বতীয়া ৰাজ্যৰ লোকসকলৰ ওচৰত চকু ৰাখি সিহঁতৰ কাৰ্যকলাপ নিয়ন্ত্ৰণ কৰা। কেইবাখনো ৰণত মটা টুকুৰাৰ হাতত নগাসকল বশ হ'ল। সন্ধিৰ প্ৰস্তাব হ'ল। মন্ত্ৰী গোধা বৰবৰুৱা নগাচাঙলৈ আমন্ত্ৰিত হ'ল। এনে প্ৰায়বোৰ আমন্ত্ৰণত মটা টুকুৰা গোধা বৰবৰুৱাৰ সঙ্গী হয়। নিশা যাপনৰ বাবে সীমান্ত সেনাপতি মটা টুকুৰাৰ বাবে বেলেগ চালি সাজি দিয়া হয় যাক সেই সময়ত বৰুৱাচালি বুলি কোৱা হৈছিল। মটক ৰাজ্যৰ সীমা উত্তৰ দিশে ডিবৰু নদী বুলি নিৰ্দ্ধাৰণ কৰি দিয়ে; মটা টুকুৰা বৰুৱাই আবৰ চিংফৌসকলৰ আক্ৰমণক সম্পূৰ্ণ প্ৰতিহত কৰি। কেৱল সেয়ে নহয়; হাতীআলি, নআলি বন্ধোৱা কাৰ্যতো 'মটা টুকুৰা'ৰ সুপৰামৰ্শ আছিল। এনেকৈয়ে সমস্যা বহুল নৱ-গঠিত মটক ৰাজ্য নিৰ্মাণত মটা টুকুৰা বৰুৱাই বহু অৱদান দিলে। কিন্তু ইমানৰ পিছতো বহু বহু কাৰণত

স্বাধীনচিতীয়া মটা টুকুৰা বৰুৱাৰ ৰজা সৰ্বানন্দ সিংহৰ লগত মতানৈক্য তীব্ৰ হৈ পৰে আৰু অৱশেষত সকলো ধৰণৰ ৰাজকীয় সন্মানীয় পদ আনকি মোমায়েক গোধা বৰবৰুৱাৰ লগতো ৰাজকীয় সম্পৰ্ক ছেদ কৰি নিজ পিতৃগৃহ পানীতোলালৈ গুচি আহে।

কিন্তু ৰজা সৰ্বানন্দ সিংহই গোধা বৰবৰুৱাৰ পৰামৰ্শ মতে পুনৰ মটা টুকুৰা বৰবৰুৱাক স-সন্মানে আমন্ত্ৰণ কৰি আনি উত্তৰ-পশ্চিম মটক ৰাজ্যখণ্ডৰ নিৰাপত্তাৰ দায়িত্ব অৰ্পন কৰে। ৰজাৰ সৈতে তীব্ৰ মতানৈক্য থকা স্বত্বেও স্বদেশ আৰু স্বজাতিৰ প্ৰতি থকা দায়িত্বৰ কথা চিন্তা কৰি তেওঁ এই দায়িত্ব বহন কৰে। দায়িত্ব গ্ৰহণ কৰিয়েই ইংৰাজ সৈন্যৰ আৰ্হিৰে এটি স্থায়ী সৈন্য বাহিনী দল গঠনৰ পৰামৰ্শ ৰজা সৰ্বানন্দ সিংহলৈ আগবঢ়ায়। এনে এটি স্থায়ী সৈন্য দল গঠনৰ কুচকাৱাজ চলি থাকোতে হঠাৎ পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাণ্ডৰীয়াই মটক ৰৰসেনাপতিৰ ৰাজ্য আক্ৰমণ কৰে। অৱশ্যে এই আক্ৰমণত তেওঁলোক সফল হ'ব নোৱাৰিলে। পাছৰ পৰ্যায়তো বেংমৰা নগৰখন আহোম খামটিৰ যৌথ আক্ৰমণৰ বলি হয় যদিও মটা টুকুৰা বৰবৰুৱাৰ অসীম সাংগঠনিক ক্ষমতাৰ কাৰণে মটক ৰাজ্যৰ সাৰ্বভৌমত্ব ৰক্ষা পৰে। এই যুঁজৰ অন্তত মটা টুকুৰা বৰুৱাৰ পত্নী হাইজা বেমাৰত ভুগি মৃত্যু হয়—একমাত্ৰ কন্যা সন্তানটিও পাছত মৃত্যুমুখত পৰে।

পত্নী আৰু পুত্ৰীৰ বিয়োগত মটা টুকুৰা বৰুৱাই মনতে বহুত দুখ পাই; পুনৰবাৰ ৰাজকীয় চাকৰি বাদ দি ধৰ্মত শৰণ ল'বলৈ স্থিৰ কৰি গড়পৰা সত্ৰলৈ গৈ মায়ামৰা গড়পৰা সত্ৰৰ প্ৰতিষ্ঠাপক অধিকাৰ শ্ৰীশ্ৰীহৰিময়দেৱৰ ওচৰ চাপে। গুৰুজনাই তেনে গুণীজনাক শিষ্য হিচাপে পাই সন্তোষ লাভ কৰে আৰু সত্ৰাধিকাদেৱৰ পৰামৰ্শ মতে তেওঁৰ অনুপম শৈল্প্য নৈপুণ্যৰ শাস্ত্ৰীয় ভাৱাদৰ্শৰ লগত ৰজিতা খুৱাই এখনি কাঠৰ অনুপম 'থগ' তৈয়াৰ কৰে। 'থগ' খনাৰ সবাৰে ওপৰত শাস্ত্ৰীয় পাঠৰ আসন আৰু থগখনীৰ সবাৰে তলত কশ্যপৰূপে ধৰিত্ৰী। তাৰ ওপৰত মদহস্তী আৰু অহংৰূপী সিংহৰ আস্ফালন। একেই দুখন থগ তেওঁ নিৰ্মাণ কৰি এখন মোমায়েক গোধা বৰবৰুৱাৰ ঘৰলৈ আৰু আনখন পানীতোলা নামঘৰলৈ দি যায়। অন্যহাতে মায়ামৰা গড়পৰা সত্ৰত থকা মটা টুকুৰা নিৰ্মিত বিৰল 'থগ'খন আজিও মটা টুকুৰাৰ বিৰল শিল্প নৈপুণ্যৰ কথাকে সোঁৱৰাই থাকে। এনেদৰে বহু কৰ্মেৰে সুখ্যাতি হৈ পৰা মটা-টুকুৰা বৰুৱাৰ দেহাৱসান ঘটে ১৭৩৬ শকৰ বহাগ মাহত। মটা টুকুৰাৰ শেষকৃত্য সাতযোৰ গায়ন-বায়নেৰে সমাপ্তি ঘটোৱা হয়। অত্যন্ত ভকতীয়া পৰিৱেশত পানীতোলা গাঁৱত থকা মতা টুকুৰা বৰুৱাৰ সমাধি স্থানত পানীতোলাবাসীয়ে সমবেত হৈ নাম-কীৰ্ত্তনেৰে আজিও এই পৰম পুৰুষজনাক শ্ৰদ্ধা নিবেদন কৰি আহিছে। □

# মটক ৰাজ্য পুনৰোদ্ধাৰৰ সংগ্ৰাম

মটক ৰাজ্য বৃটিছৰ হাতত পৰিল ১৮৩৯-৪২ চনত। ১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন হ'ল। স্বাধীন হোৱাৰ পাছতো কিন্তু মটক ৰাজবংশৰ শেষ ৰাজকুমাৰ লংকেশ্বৰ গোহাঁইদেৱে পেঞ্চন পাইছিল ১৯৭৩ চন পৰ্য্যন্ত। (The last Pensioner of the Matak ruling family was Lankeswar Gohain who received an amounts of Rs. 6, Annas 6, Pice till 9 his death on March 6 in 1973—The Mataks and their kingdom by S. N. Dutta—P. 223).

ভগীৰথ বৰসেনাপতিৰ পুত্ৰ বিষবৰৰ ষষ্ঠ পুত্ৰ লংকেশ্বৰ গোহাঁই (যিজনা স্বৰ্গগামী হৈছিল ১৯৭৩ চনৰ ৭ মাৰ্চৰ দিনা)। স্বৰ্গদেৱ সৰ্বানন্দ সিংহৰ সুযোগ্য পৰিনাতি। ডেকা বয়সত গোহাঁইদেৱে চিন্দিকেট খুলি কাঠৰ কাৰবাৰ কৰিছিল। চাহাবসকলে হেনো সোণ চেকুৰা বুটলা, হাতী ধৰা আদি বহুতো কাম গোহাঁইদেৱৰ সক্ৰিয় সহযোগিতাহে কৰিব পাৰিছিল। চাহাবসকলক পথ দেখুৱাব পৰা এইজনা লোকৰ কিন্তু তেনেকৈ বিশেষ আনুষ্ঠানিক শিক্ষা নাছিল। সৰুতে ৰাজকুমাৰদেৱৰ বৰ বেমাৰ-আজাৰ হৈ থকাত মাকে অশেষ যত্ন ল'ব লগা হৈছিল আৰু স্নেহান্ধ  মাকে পুতেকক আৰু কষ্ট কৰি লিখা পঢ়া কৰিবলৈ নিদিলে। অন্যহাতে ঘৰুৱা কাম-কাজ, টকা-পইচাৰ চিন্তাৰ বাবে ৰাজকুমাৰদেৱৰ আৰু পঢ়িবলৈ নহ'ল। ইংৰাজৰ লগত ঘূৰি ফুৰি বহু কথাৰে অভিজ্ঞ হৈ পৰিছিল আৰু ইংৰাজৰ পৰা বৃদ্ধি-বৃত্তি শিকিবৰ বাবে ইংৰাজৰ সৈতে তেওঁ হেনু পাহাৰে-পৰ্বতে ঘূৰি ফুৰিও বেয়া পোৱা নাছিল। পাছত টকা-পইচা গোটাই ১৯৬৪ চনৰ মে মাহত উপযুক্ত তথ্যপাতিৰে সৈতে নতুন দিল্লীলৈ গৈ তেতিয়াৰ ৰাষ্ট্ৰপতি ড° ৰাধাকৃষ্ণণৰ হাতত প্ৰথম স্মাৰক পত্ৰ দাখিল কৰে আৰু ৰাষ্ট্ৰপতিৰ পৰামৰ্শ মতে সেই সময়ৰ কেন্দ্ৰীয় গৃহমন্ত্ৰী গুলজাৰিলাল নন্দৰ সৈতে আলোচনা কৰে। গুলজাৰিলাল নন্দই সেই সময়ত গৃহ ৰাষ্ট্ৰমন্ত্ৰী জয়সুখলাল হাথীক কথাটো ভালদৰে বুজাই দিবলৈ কয়। পাছত গৃহমন্ত্ৰী দপ্তৰৰ বিষয়াসকলে অসমৰ ৰাজ্য চৰকাৰক এই সম্বন্ধে এটি প্ৰতিবেদন বিচাৰে। প্ৰতিবেদন আৰু এই সম্পৰ্কীয় সকলো কথা হৈ উঠাৰ পাছত গৃহমন্ত্ৰী দপ্তৰৰ পৰা চিঠি আহে ১৫।২।১৯৬৭ তাৰিখে অৰ্থাৎ ১৯৬৪ চনত স্মাৰকপত্ৰ দাখিল কৰাৰ সম্পূৰ্ণ ৩ বছৰৰ পাছত। ১৫।২।১৯৬৭ তাৰিখৰ চিঠিৰে ভাৰত চৰকাৰে অসম চৰকাৰৰ সিদ্ধান্তৰ

ওপৰত হস্তক্ষেপ কৰিবলৈ অপাৰগতাৰ কথা জনাই আৰু এই বিষয়ত কিবা কৰাটো সম্ভৱপৰ নহ'ব বুলি দোহাৰে।

অন্যহাতে গোহাঁইদেৱৰ দাবীৰ আধাৰত আন্দোলন, শোভাযাত্ৰা আদিও হৈছিল। উল্লেখনীয় যে সেই শোভা যাত্ৰাত আজিৰ অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীগোলাপচন্দ্ৰ বৰবৰা, ভূতপূৰ্ব স্বৰ্গীয় ৰাজহমন্ত্ৰী পৰমানন্দ গগৈ, গড়কাপ্তানী মন্ত্ৰী শ্ৰীইন্দ্ৰেশ্বৰ খাউণ্ড আৰু কেইবাজনো বিধানসভাৰ সদস্যই অংশগ্ৰহণ কৰিছিল। (ৰজা আৰু ৰাজনগৰ, লাৱণ্য গগৈ, পৃষ্ঠা ৩১)।

গৃহদপ্তৰৰ চিঠি পাই পুনৰ এখন আৱেদন আগবঢ়ায় ১৯৬৭ চনৰ মাৰ্চ মাহত। ভাৰতৰ গৃহমন্ত্ৰীৰ হাতত দিয়া দ্বিতীয় স্মাৰকপত্ৰৰ যোগেদি জনায় যে যিহেতু মটক ৰজা শ্ৰীশ্ৰীসৰ্বানন্দ সিংহৰ সৰ্বজেষ্ঠ বংশধৰ হিচপে আবেদনকাৰীয়ে ৰাষ্ট্ৰ প্ৰশাসন সম্বন্ধীয় বৃত্তি ভোগ কৰিব লাগিছে—।

গতিকে বেংমৰা ৰাজনগৰ পুৰুৰুদ্ধাৰ দাবী কৰিবলৈ আইনসঙ্গত অধিকাৰ আছে। চৰকাৰে যিহেতু এই কথা স্বীকাৰ কৰিছে যে মটক ৰাজ্যৰ শ্ৰীশ্ৰীসৰ্বানন্দ সিংহৰ বেংমৰা ৰাজনগৰৰ স্থিতি তিনিচুকীয়া নগৰতে আৰু তাৰ প্ৰমাণ হিচাপে দেৱী পুখুৰী, বেংমৰা পুখুৰী, পানীলোৱা পুখুৰী, গোধাআলি আৰু ১৮৪১ খ্ৰীষ্টত কেপ্তেইন হেমিলটন ভেটচ চাহাবে চাৰ্ভে কৰি প্ৰস্তুত কৰা মটক ৰাজ্যৰ মেপে তাকে প্ৰমাণ কৰে। যিহেতু ৰঙাগড়া মৌজাৰ দহোতীয়া চকু গাঁৱৰ ১৫৪ নং কেতেষ্ট্ৰেল মানচিত্ৰত ৩০৬ দাগ বুলি ৬০ বিঘা ৰাজনগৰেই বেংমৰা ৰাজধানী আৰু এই ৰাজনগৰ চেনাই ৰাম ডোঙ্গৰমল নামৰ ব্যৱসায় প্ৰতিষ্ঠানৰ অনুকূলে ১৯০২-১৯০৫-ৰ ভিতৰত পট্টন দিয়া হ'ল যি কথা চৰকাৰে স্বীকাৰ কৰে। অন্যহাতে প্ৰাচীন পুখুৰীবোৰ গড় আৰু খাৱৈৰে সু-বেষ্টিত বেংমৰা ৰাজনগৰৰ প্ৰাচীন স্মৃতি সৰংক্ষণ আইন (Ancient Monuments Preservation Act VII of 1904) মতে সকলো তত্ত্বাৱধান লোৱাত চৰকাৰ বিফল হৈছে। ১৯৩০-৪০ চনৰ কালছোৱাত এই সম্বন্ধে লক্ষীমপুৰ জিলাৰ ৰাইজৰ মনত তীব্ৰ ক্ষোভৰ সৃষ্টি হোৱা সত্বেও তেতিয়াৰ বিদেশী ইংৰাজ চৰকাৰে তাৰ বাবে কোনো কাণসাৰেই নিদিছিল। ১৯৪৭ চনত ভাৰত স্বাধীন হয়। ১৯৫৪ চনত স্থানীয় বিধায়কসকলৰ নেতৃত্বত তিনিচুকীয়াৰ ৰাইজসহ মটকসকলে চৰকাৰক টানি ধৰাত তেতিয়াৰ লক্ষীমপুৰ জিলাৰ উপায়ুক্তই আবেদনকাৰীৰ জবানবন্দী লয় আৰু এতিয়া মটকসকলে এই কাৰ্যৰ প্ৰতিকাৰ বিচাৰে। আবেদনকাৰীৰ অভিযোগ খণ্ডন কৰোতে গৃহমন্ত্ৰী দপ্তৰে জনাইছিল যে যিহেতু আবেদনকাৰীয়ে দাবী কৰা মতে ৫৩ বছৰ আগতে বৈধভাৱে পট্টন দিয়া হৈছে বুলি অসম চৰকাৰে জনাইছে আৰু তাৰোপৰি ক্ষতিপূৰণৰ প্ৰশ্নৰ উপৰিও জোখে-মাখে ওলট-পালট হোৱাৰ সম্ভাৱনা থকা বাবে মাটি অধিগ্ৰহণ সম্ভৱ নহ'ব বুলি অসম চৰকাৰে জনায়।

গৃহমন্ত্ৰী দপ্তৰৰ উপৰুক্ত প্ৰশ্নসমূহৰ প্ৰসঙ্গত স্মাৰকপত্ৰত এইবুলি উল্লেখ কৰা হয় যে ব্যৱসায় প্ৰতিষ্ঠান চেনাইৰাম ডোঙ্গৰমলক মাটি পট্টন দিবলৈ আইনসঙ্গত ক্ষমতা কাৰো নাছিল। মাটি যিহেতু মটক ৰজাৰ বংশধৰসকলৰ আৰু খাজনাহীন; গতিকে অনামটক বা অন্য সাধাৰণ ব্যক্তিলৈ হস্তান্তৰ আইনত আৰু চনদ চুক্তি মতে হ'ব নোৱাৰে। অন্যহাতে সেই মাটি পতিত মাটিও নহয়। আকৌ চনদ চুক্তিমতে ৰাজনগৰ হস্তান্তৰ বা বিক্ৰী কৰিবলৈ কমিচনাৰ চাহাবৰ ক্ষমতা নাছিল। (Videpara 3 of No 282 D/20-4-99. No. 3394 Old Fort William the 29th Nov. 1841 from Secy. to Govt. of India. Pot Dept to the Agent to the Governor General, N. E. Frontier).

গতিকে সেইমতে চনদ চুক্তি বাতিল নকৰাকৈ ডেপুটি কমিচনাৰে প্ৰস্তাৱনা কৰিলেও আইন সঙ্গতভাৱে পট্টন দিবৰ ক্ষমতা নাছিল। আৰু এই কাৰণেই চৰকাৰে যিমান পুৰণা বন্দোবস্ত নকৰক লাগে, সেইমাটি পুনৰুদ্ধাৰ কৰাত বাধা থাকিব নোৱাৰে। স্মাৰকপত্ৰত এইবুলিও কোৱা হৈছিল যে চৰকাৰে যদি কোনো কাৰণবশতঃ এই বিষয়ত হস্তক্ষেপ কৰিব নিবিচাৰে, তেনেহ'লে ডিব্ৰুগড় আৰু উত্তৰ লক্ষীমপুৰ মহকুমাকে ধৰি ডফলা পাহাৰ (৯৩°) লৈকে আৰু শিৱসাগৰৰ জিলাৰ দিচাং নৈলৈকে এখন সুকীয়া মটক ৰাজ্য গঠন কৰি বৰ্তমান তিনিচুকীয়াত অৱস্থিত বেংমৰা ৰাজধানীৰে সৈতে সম্পূৰ্ণ ৰাজ্যৰ মৰ্যাদা দিবলৈ চৰকাৰে আইন ল'ব লাগে। যিহেতু মটক ৰাইজে অত্যন্ত পিচপৰা অৱস্থাতে আছে সেয়েহে তেনে কাৰ্যৰ দ্বাৰা মটক জনগণৰ আৰ্থিক উন্নয়নৰ দ্ৰুত ব্যৱস্থা ল'ব লাগে। স্মাৰকপত্ৰ যোগে চেনাইৰাম ডোঙৰমল প্ৰতিষ্ঠানৰ পৰা ৰাজনগৰ উদ্ধাৰ কৰি আবেদনকাৰীক দিয়াত যাতে কোনো অপ্ৰীতিকৰ ঘটনা নোহোৱাকৈ সম্ভৱ হয়, তাৰ কাৰণে উপযুক্ত প্ৰশাসনীয় ব্যৱস্থা ল'বৰ বাবে আৱেদন জনায়। আৱেদনকাৰী লংকেশ্বৰ গোহাঁইদেৱৰ লগত লাহোৱালৰ মনবৰ বৰুৱাদেৱো সহযোগী আছিল। মটক ৰাজ্য উদ্ধাৰ সম্পৰ্কে দিয়া স্মাৰক পত্ৰসমূহৰ দুই এখন সন্নিবিষ্ট কৰি দিয়া হ'ল। নথি-পত্ৰসমূহৰ সংৰক্ষণৰ ব্যৱস্থা নথকা হেতু বহু জাতীয় সম্পদ ইতিমধ্যে হেৰাই গ'ল। মটক ৰাজ্য দাবীৰ উপৰিও ২৮ জুলাই ১৯৬৮ তাৰিখত সদৌ মটক মহাজাতি সভা তেতিয়াৰ কাৰ্যালয় সোমদত্ত দহোটীয়া আলি, তিনিচুকীয়া অসমৰ দ্বাৰা ভাৰতৰ ৰাষ্ট্ৰপতি, প্ৰধানমন্ত্ৰী, গৃহমন্ত্ৰী আদিক মটক ৰাজ্যৰ অবিহনে স্বায়ত্ব ঘোষণাৰ প্ৰস্তাৱনা কৰিবলৈ দাবী জনায়। সেই সম্পৰ্কীয় থাওকতে পোৱা স্মাৰক পত্ৰ উল্লেখ কৰা হ'ল। মটক সমাজৰ আৰ্থিক, সামাজিক উত্তৰণৰ অৰ্থে উপযুক্ত স্মাৰকপত্ৰ সমূহৰ উপৰিও ১৯৪০ চনত অসম মটক লীগে মটক জাতিৰ পিচপৰা জাতি হিচাপে স্বীকৃতি দিয়াৰ দাবী জনায়।

(That is view of the population strength of this community which is approximately 2 lacs, and its isolated nature of social and religious life.......To immediately recognise the Mataks as a backward community of Assam.—Memorandum Matak League 28th July, 1946).

যাহওক ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পাছত মটক জাতিক মটক লীগৰ দাবী অনুযায়ী অন্যান্য পিচপৰা জাতি হিচাপে (More Other Backward Classes) স্বীকৃতি প্ৰদান কৰে। কিন্তু তৎসত্বেও মটক জাতিৰ উন্নতি পৰিলক্ষিত নহ'ল। পৰৱৰ্তী কালত সদৌ অসম মটক সন্মিলনে অসমৰ আদিমবাসী মটক-মৰাণ জনগোষ্ঠীক অনুসূচীত জনজাতি তালিকাত অন্তৰ্ভুক্তি কৰাৰ দাবী জনায়। একে দাবী জনায় সদৌ অসম মটক যুৱ ছাত্ৰ সন্মিলনেও। তেওঁলোকে অনুসূচিত জনজাতি তালিকাত অন্তৰ্ভুক্ত নকৰা পৰ্যন্ত ১৯৫৩ চনৰ কাকা কালেল কাৰ আয়োগৰ পৰামৰ্শৱলী কাৰ্যকৰী কৰাবো দাবী জনায়। উক্ত ছাত্ৰ সংগঠনৰ অন্যান্য উল্লেখযোগ্য দাবীৰ ভিতৰত প্ৰাচীন মটক ৰাজ্য কীৰ্তি চিহ্নসমূহ সংৰক্ষণ কৰা আৰু তাৰ বাবে অবৈধ বেদখল মুক্ত কৰা; মটক-মৰাণ অধ্যুষিত এলেকাসমূহত সুকীয়া জিলা পৰিষদ গঠনেৰে স্বায়ত্বশাসন প্ৰতিষ্ঠা, উজনি অসমৰ মটক-মৰাণ অধ্যুষিত এলেকাবোৰত আৰু প্ৰাচীন মটক ৰাজ্যৰ সীমাৰেখাৰ ভিতৰত অধিগ্ৰহণ, মোৱামৰীয়া গণ অভ্যুত্থানৰ নেতা ৰাঘৱ মৰাণ, নাহৰখোৰা মৰাণ, ৰাধা-ৰুক্মিণী আদিক জাতীয় বীৰ হিচাপে স্বীকৃতি প্ৰদান, আদি প্ৰধান। তেনেকৈয়ে ১৯৬৫ চনৰ প্ৰতিষ্ঠিত হোৱা অসম মৰাণ সভাৰ যোগেদিও মৰাণ জাতিৰ অনুসূচীকৰণৰ দাবী জনোৱা হৈ আছে। সদৌ অসম মৰাণ ছাত্ৰ সন্থাও অনুৰূপ দাবী কৰাৰ উপৰিও উল্লেখযোগ্য দাবীসমূহ হ'ল—ৰাজ্যসভালৈ মৰাণ প্ৰতিনিধি নিৰ্বাচিত কৰা, ডিব্ৰুগড় তিনিচুকীয়া জিলাত দেশীয় মদৰ দোকান বন্ধ কৰি dry district ঘোষণা কৰা—উচ্ছেদ বন্ধ কৰণ, মৰাণসকলৰ জাতিগত প্ৰমাণপত্ৰ দিয়াৰ কৰ্তৃত্ব অসম মৰাণ সভাক প্ৰদান আদি উল্লেখযোগ্য। তাৰোপৰি ১৯৮৪ চনত শ্ৰীশ্ৰীকুমাৰ দহোতীয়াক সম্পাদক হিচাপে লৈ গঠিত হোৱা সদৌ অসম মৰাণ সন্মিলনে তেল নিগমসমূহে অধিগ্ৰহণ কৰা মাটিৰ মূল্য বৃদ্ধি, বুৰঞ্জী উদ্ধাৰ আদি সম্পৰ্কত যুঁজ দি আহিছে। সদৌ অসম মায়ামৰা সাংস্কৃতিক সমাজে মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ অৱদানসমূহ প্ৰচাৰ কৰি জাতিক বিভিন্ন দিশত আগুৱাই নিয়াত ভূমিকা গ্ৰহণ কৰিছে। কেৱল সেয়ে নহয় মোৱামৰীয়াগণ অভ্যুত্থানৰ বীৰাঙ্গনা সোঁৱৰণী দিবসো ইং ১৪ আৰু ১৫ এপ্ৰিল ১৯৯০ চন (৩১ চ'ত ১৯১১ শক আৰু ১ বহাগ, ১৯১২ শক) দিনা তিনিচুকীয়াৰ সৰ্বানন্দ সিংহ

নগৰত পতা হৈছে। এই সোঁৱৰণী দিবস উপলক্ষে প্ৰকাশ কৰা স্মৰণীকাত সম্পাদক শ্ৰীশ্ৰীকুমাৰ দহোতীয়াই সকলো দিশ সামৰি লিখা সম্পাদকীয়ত কৈছে "১৭৬৯ খ্ৰীষ্টত সংঘটিত মোৱামৰীয়া বিদ্ৰোহ যে আচলতে এক গণবিপ্লৱ হৈ আছিল তাত আজি সন্দেহৰ থল নাই। এনে গণবিপ্লৱ হয়তু সংঘটিত নহ'লহেঁতেন যদিহে তেতিয়াৰ ৰাজশাসন চলাওঁতাসকলে মায়ামৰা জনগোষ্ঠীসমূহৰ প্ৰতি সৰ্তকভাৱে বিচাৰ বিবেচনা কৰি কামত আগবাঢ়িলহেঁতেন। বৰ্তমানৰ শাসনাধিষ্ঠ চৰকাৰখনেও বুৰঞ্জীৰ পৰা শিক্ষা লৈ জনগোষ্ঠীসমূহৰ আশা-আকাংখ্যাৰ প্ৰতি সম্মান জনোৱাৰ আহ্বান জনালো। অকল মৰাণ-মটকৰে নহয় অসমৰ প্ৰতিটি অতি অৱহেলিত বিধানসভা/ লোকসভা/ৰাজ্যসভা সমূহত প্ৰতিনিধিত্ব শূন্য জনগোষ্ঠীসমূহক কি উপায়েৰে সাংবিধানিক/ৰাজনৈতিক/অৰ্থনৈতিক/শৈক্ষিক সা-সুবিধা দিব পাৰি তাক চিন্তা কৰি এক বিশেষ আঁচনি তৈয়াৰ কৰাৰ প্ৰয়োজন আছে আৰু যিটো নকৰাৰ ফলস্বৰূপে এনে জনগোষ্ঠীসমূহৰ মাজত অৱহেলিত এটি ভাবৰ উদয় নোহোৱাকৈ থকা নাই। অথচ জনগোষ্ঠীসমূহৰ প্ৰয়োজন সীমিত; কিন্তু চৰকাৰখনে সেই ন্যূনতম প্ৰয়োজন কি তাক চিনাক্ত কৰি কামত আগ নাবাঢ়িলে মৰাণ-মটকৰ দৰে অন্যান্য খিলঞ্জীয়া জনগোষ্ঠীসমূহে নিজস্ব স্বকীয়তা তথা সাংবিধানিক ৰক্ষাৰ্থে অসম বা অসমীয়া জাতিসত্তাত আঘাট নপৰাকৈ সংগ্ৰামী অগ্ৰসৰ হ'বলৈ বাধ্য।"গাঁৱলীয়া খেতিয়কৰ দূৰৱস্থা সম্পৰ্কে তেখেতে কয় যে উদ্যোগৰ নামত মাটি অধিগ্ৰহণ কৰোতে যাতে কোনো প্ৰকাৰে খেতিয়কজন শোষিত নহয় তাৰ প্ৰতি সদা সৰ্তক হ'লে আৰু অন্যান্য প্ৰকাৰে সক্ৰিয় সহায় কৰি গ'লে, তেনেকৈ নিবনুৱাৰ বাবে সুবিধা আগবঢ়াব পাৰিলে অথবা সুচিন্তিত আঁচনিৰে জনগোষ্ঠীসমূহৰ উপকাৰ সাধন কৰি গ'লে, তেনে জনগোষ্ঠীসমূহৰ যুৱক-যুৱতীসকল মূলসূতীৰ পৰা আঁতৰি যোৱাৰ কোনো কাৰণ নাথাকিব।" "সাতৰাজ মাৰি এক ৰাজ কৰা অসমীয়া জাতি গঢ়োতা চুকাফা, সাংস্কৃতিক ঐক্যতাৰে অসমীয়া জাতি গঢ়োতা ৰূদ্ৰসিংহ আদিৰ আদৰ্শৰে কাম কৰি গ'লে শান্তি আৰু প্ৰগতিৰ ৰাষ্ট্ৰ নিৰ্মাণ নোহোৱাৰ কোনো কাৰণ নাই।" □

# ঐতিহাসিক বৰভেটিত ন-লগোৱা উৎসৱ

অসমীয়া জাতীয় কীৰ্তিচিহ্ন হিচাপে ঐতিহাসিক মালৌৰ বৰভেটিৰ গুৰুত্ব আৰু তাৎপৰ্য দুয়োটাই বিদ্যমান। বৰ্তমান যুগত পৰ্য্যটনৰ আকৰ্ষণীয় পুণ্যস্থান হিচাপে গঢ়ি তুলিবলৈ সেয়েহে সদৌ মায়ামৰা ৰাইজ, অসমীয়া ৰাইজ, অসম চৰকাৰ আৰু ভাৰত চৰকাৰৰ বহু কৰণীয় আছে। কিন্তু দুখৰ বিষয় এনেহেন জাতীয় সংহতিৰ কীৰ্তিস্তম্ভ স্বৰূপ বৰভেটি সম্পৰ্কে আজিও বহুতে জনাৰ সুযোগ পোৱা নাই। সেয়েহে আমি থাওকতে পোৱা তথ্যৰ ভিত্তিত এই নিবন্ধটি আগবঢ়ালো।

অসমৰ যোৰহাট জিলা পুৰণি অসমৰ ঐতিহাসিক বহু ঘটনাৰ সাক্ষী। তাহানিৰ শিৱসাগৰ জিলা অন্তৰ্গত স্বৰ্গদেউ লক্ষ্মীসিংহৰ ৰাজত্ব কালত মালৌ পথাৰ পশ্চিম দিশত এটা ডাঙৰ ভেটি নিৰ্মাণ কৰা হৈছিল। এই বৃহৎ ভেটিটোৰ মুঠ মাটি কালি ৬ বিঘা ১ কঠা ১০ লোচা। ভেটিটোৰ দীঘ ১৬০ হাত বহল ৮০ হাত আৰু ওখ ৬০ হাত। এই ভেটি উঠোৱা হৈছিল—এটা গভীৰ দ ডোবা পুতি। ফলত ভেটিটোৰ ২৪ হাত পানীৰ তলতে আছিল। মূল ভেটিটোৰ তলৰ ভাগত এটি মণিকূট, অৰ্ধ সমাপ্ত নামঘৰ, তদপুৰি কিছু নিলগত মজিয়া ভেটি অৱস্থিত।

উত্তৰ-পশ্চিম যোৰহাটৰ মালৌ পথাৰৰ ঐতিহাসিক এই বৰভেটি হ'ল অসমৰ মায়ামৰা সম্প্ৰদায়ৰ এক পবিত্ৰ তীৰ্থস্থান। ১৭৬৮ চনত মায়ামৰা সম্প্ৰদায়ৰ সত্ৰাধিকাৰ অষ্টভূজ গোসাইদেৱে মালৌ পথাৰত তেতিয়াৰ ৰাজকীয় নিগ্ৰহ আৰু ধৰ্মৰ প্ৰাসঙ্গিকতা, আৰু বৃহৎ কীৰ্তন ঘৰ নিৰ্মাণৰ পৰিকল্পনা কৰি এখন ডাঙৰ ধৰ্ম সভাৰ আয়োজন কৰে। মহাপূজ্য স্বয়ং সত্ৰাধিকাৰ অষ্টভূজ গোসাঁইদেৱৰ উদ্যোগ আৰু আহ্বানত ৰাজ্যখনৰ চাৰিওফালে সিঁচৰিত হৈ থকা অসংখ্য মায়ামৰা (প্ৰায় ৮ লাখ) শিষ্য সভাস্থলিত উপস্থিত হয়। উক্ত ধৰ্ম সভাত অন্যান্য ধৰ্মীয় কথা-বতৰাৰ লগতে মায়ামৰা সম্প্ৰদায়ৰ ওপৰত ৰাজকীয় নিগ্ৰহ আৰু নিৰাময় সম্পৰ্কতো খৰচি মাৰি আলোচনা কৰা হয়। উল্লেখ কৰিব পাৰি যে এই সভাতেই সত্ৰাধিকাৰজনে সৰ্বজন একমত হৈ 'মটক' হৈ ধৰ্মীয় কাম-কাজ কৰাৰ উপৰিও ৰাজনিগ্ৰহৰ প্ৰতিৰোধকল্পে 'মটক' হৈ যুদ্ধত নিবৃত্ত হোৱাতো পৰোক্ষ আশীৰ্বাদ গোসাঁইজনৰ পৰা লাভ কৰে। প্ৰসঙ্গত ক'ব পাৰি যে ধৰ্মাচাৰ্য গুৰুজনাই কেতিয়াও প্ৰথমতে ৰাজশক্তিৰ সৈতে প্ৰত্যক্ষ সংগ্ৰামৰ সমৰ্থন

কৰানাছিল বৰং ৰজাৰ সৈতে প্ৰত্যক্ষ সংগ্ৰাম এৰাই চলি যিমান পৰা যায় ধৈৰ্য ধৰাৰ হে উপদেশ দিছিল। প্ৰত্যক্ষ সংগ্ৰাম হ'লে দুয়ো পক্ষৰ হ'ব পৰা ক্ষয়-ক্ষতিৰ কথা ভাবি সত্ৰাধিকাৰজন বিমৰ্ষিত হৈ পৰিছিল। কিন্তু অগণন শিষ্যই ৰাজনিগ্ৰহৰ প্ৰত্যক্ষ প্ৰতিৰোধৰ ওপৰতহে গুৰুত্ব দি থাকে। যি কি নহওক ইয়াৰ পিছৰ বছৰ অৰ্থাৎ ১৭৬৯ চনত অসম বুৰঞ্জীখ্যাত 'মায়ামৰা বিদ্ৰোহ' মায়ামৰা সম্প্ৰদায়ৰ অগ্ৰণী পুৰুষ ৰাঘৱ মৰাণৰ নেতৃত্বত সমগ্ৰ ৰাজ্যজুৰি জ্বলন্ত হৈ উঠে।

যি কি নহওক সভাৰ শেষত গোসাঁইপ্ৰভুদেৱে 'মটৰ্কৰ শক্তি পৰীক্ষা কৰিবৰ বাবে মালৌ পথাৰৰ দ মাটিত এচপৰাকৈ মাটি দি কীৰ্তন ঘৰ নিৰ্মাণৰ আহ্বান দিয়াত তাত উপস্থিত লাখ লাখ মায়ামৰা শিষ্যই হৰিনাম লৈ এচপৰাকৈ মাটি দিলে। চৌবিবশ হাত গভীৰ দ ঠাইত ষাঠি হাত ওখ এটি বিৰাট ওখ ভেটি থাওকতে নিৰ্মাণ হ'ল। এই ওখ ভেটিৰ গোসাঁই প্ৰদানিত নাম হ'ল 'বৰভেটি'। অন্যহাতে মাটি কটা ঠাইত দুটা ডাঙৰ পুখুৰীৰ সৃষ্টি হ'ল। ১৭৬৯ খৃষ্টাব্দত মায়ামৰাসকলে সকলোৱে একমত অৰ্থাৎ মটক হৈ যুদ্ধ কৰি ৰজাক পৰাস্ত কৰি ৰমাকান্তক ৰজা পাতে। সেইবাৰ আগৰ কীৰ্তন ভেটিৰ দক্ষিণত চৌবিবশ হাত জোৰা ত্ৰিশ হাত ওখ এক ভেটি বান্ধে। পিছত ৰাঘ মৰাণে ছয় বিঘামান জোৰা মাজৰ ভেটি তুলি গাগিনী ডেকা মহন্তক দিয়ে।

বৰ্তমান এই ঐতিহাসিক বৰভেটি সংৰক্ষণ আৰু উন্নয়নৰ বাবে মায়ামৰাসকলে 'বৰভেটি উন্নয়ন সমিতি' নামেৰে এখন সমিতি গঠন কৰি লৈছে। বৰ্তমান (২০০০ চন) এই বৰভেটি উন্নয়ন সমিতিৰ সভাপতি হৈছে শ্ৰীবুবেন চন্দ্ৰ দাস। সৰুচৰাই মৌজাৰ টিংটিঙীয়া গাঁৱত থকা এই বৰভেটিটোক মায়ামৰা সম্প্ৰদায়ৰ শিষ্যসকলে আজিও শ্ৰদ্ধাৰে অৰ্ঘ্য নিবেদন কৰি আহিছে। ভক্তসকলে প্ৰতি বছৰে প্ৰথম খেপ শস্য চপোৱাৰ পিছত আঘোণ মাহৰ প্ৰথম সপ্তাহৰ কোনো এটা দিনত (দেওবাৰ) সকলো লগ হৈ বৰভেটিত ন-লগোৱা উৎসৱ পালন কৰে। মাটিৰ চাকি-বত্তি প্ৰজ্বলন কৰি ভেটিটোৰ ওপৰত স্থাপন কৰি পিচত সেৱা আগবঢ়ায়। নতুন চাউলৰ পিঠাগুৰি, গাখীৰ আৰু তৈয়াৰী সাজ, মাহ-প্ৰসাদ, কল, কুঁহিয়াৰ আদি নৈবেদ্যৰে শৰাইত সজাই গায়ন-বায়ন গায়। ন-লগোৱা উৎসৱ পালন কৰাৰ পিছতহে ন-ভাত অৰ্থাৎ নতুন চাউলৰ ভাত খায়। উল্লেখ কৰিব পাৰি যে আগত মায়ামৰা ভক্তসকলে মজিয়া ভেটিত একত্ৰিত হৈ সামুহিক ধৰ্মীয় ভোজন গ্ৰহণ কৰিছিল। বৰভেটিত আজিও প্ৰচলিত এই ন-লগোৱা উৎসৱত হাজাৰ হাজাৰ (৮/৯ হেজাৰ) লোকৰ সমাবেশ ঘটে

আৰু পৰম শ্ৰদ্ধাৰে ভেটিটোৰ ওপৰত মাঙ্গলিক কাৰ্য্য সমাৰ্পন কৰে। মায়ামৰা সম্প্ৰদায়ৰ মদাৰখাত আৰু চাবুৱাৰ দিনজয় সত্ৰৰ শিস্যসকলেও ইয়াত প্ৰতি বছৰে উপস্থিত হৈ অন্যান্য হেজাৰ হেজাৰ ভক্তগণৰ লগতে ভক্তি অৰ্ঘ্য নিবেদন কৰে। কালক্ৰমত এই উৎসৱ মহা উৎসৱলৈ পৰিণত হোৱাৰ পৰিপ্ৰেক্ষিতত ৰৰভেটি উন্নয়ন আৰু মজবুত অধিক দীপ্ত কৰি তুলিবলৈ সকলোলৈকে আমাৰ বিনম্ৰ অনুৰোধ জনালো। ☐

# মায়ামৰা মৰাণ-মটকৰ লেখক-লেখিকাসকল

আধুনিক অসমীয়া সাহিত্য বুৰঞ্জীলৈ মায়ামৰা লেখক লেখিকাসকলৰ উল্লেখযোগ্য অবদান আছে। আমি থাওকতে পোৱা তেনে সাহিত্যিক বুৰঞ্জীবিদ সকলৰ নাম সন্নিবিষ্ট কৰিছো। সেয়েহে বহুতো লেখক-লেখিকাৰ নাম নিশ্চয়কৈ বাদ পৰি গৈছে। তাৰ বাবে মাৰ্জনা বিচাৰিছো। মায়ামৰা সম্প্ৰদায়ৰ বীৰবৰ দাসে অসম সাহিত্য সভাৰ পত্ৰিকা, মানদীপ, নৱ যুগত মৰাণ-মটকৰ ওপৰত লেখা প্ৰবন্ধাৱলীয়ে এটা সময়ত বিতৰ্কৰ সৃষ্টি কৰিছিল। ৺নকুল চন্দ্ৰ চেতিয়াদেৱে মহাপুৰুষ শ্ৰীশ্ৰীঅনিৰুদ্ধ দেৱৰ ধৰ্মমত আৰু মায়ামৰা সমাজ লেখি উলিওৱাৰ উপৰিও শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত আৰু মায়ামৰা গোসাঁইসকলৰ বংশাৱলী সম্পাদনা কৰিছিল। ৺যাত্ৰানাথ বৰুৱাদেৱে তেতিয়াৰ 'সৌমাৰ জ্যোতি' আলোচনীত নিয়মীয়াকৈ লেখাৰ উপৰিও 'বিশ্বগীতি' নামৰ এখন আধ্যাত্মিক কবিতাও সংকলন কৰিছিল। অধ্যাপক ৺ভুবন চন্দ্ৰ চুতীয়াদেৱে নানা সামাজিক কামৰ উপৰিও বিভিন্ন আলোচনীত মৰাণ-মটক সম্বন্ধে লিখিছিল। শিক্ষাবিদ ৺ইন্দিবৰ গগৈদেৱ এজন সফল গল্পকাৰ হিচাপে প্ৰখ্যাত আছিল। ৺বীৰেশ্বৰ মৰাণে ডুমডুমা কলেজ আলোচনী যোগ্যতাৰে সম্পদনা কৰিছিল। বৰ্তমান সময়ত সুবিখ্যাত লেখকসকলৰ ভিতৰত প্ৰথমে নাম ল'ব লাগিব ড° বীৰেন্দ্ৰ কুমাৰ গোহাঁইদেৱক। তেখেতে 'মৰাণ জনগোষ্ঠী', 'শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ', 'আমাৰ দেৱতা শিৱ' নামৰ অসমীয়া পুথি প্ৰকাশ কৰাৰ উপৰিও তিনিচুকীয়া জিলাৰ উপায়ুক্ত হিচাপে কাৰ্য্যনিৰ্বাহ কৰোতে অসম চৰকাৰৰ সহযোগত 'সৰ্বানন্দ ষ্টেডিয়াম' নিৰ্মাণ কৰি উলিয়াটো তেখেতৰ জীৱনৰ এক মহান কৃতকাৰ্যতা। প্ৰবন্ধকাৰ, সমাজসেৱক, শিক্ষাবিদ, প্ৰশাসক হিচাপে যশস্বী ড° গোহাঁইদেৱৰ পৰা ভৱিষ্যতে আৰু অবদান পোৱাটো মায়ামৰা সমাজ নিশ্চিত। ড° সৃষ্টিধৰ দত্তদেৱে মায়ামৰা সম্প্ৰদায়ৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰাৰ উপৰিও তেখেত এজন প্ৰবন্ধকাৰ হিচাপে সুখ্যাত। শ্ৰীসুশীল কুমাৰ গগৈদেৱে বহুদিনৰ পৰা কাব্য চৰ্চ্চা কৰি অসমৰ কাব্য সাহিত্যৰ নিগাজী আসন দখল কৰাৰ উপৰিও এখন সুন্দৰ কবিতা পুথিও প্ৰকাশ কৰিছে। 'মায়ামৰা সত্ৰ

সমাজ, ভাষণ আৰু প্ৰবন্ধ, 'পথিকৃৎ' আলোচনীৰ সম্পাদক হিচাপেও যশস্যা অৰ্জন কৰিছে। এজন সফল প্ৰবন্ধকাৰ হিচাপে সুখ্যাত শ্ৰীগঁগেদেৱ এজন সমাজ সেৱক হিচাপেও পৰিচিত। দিনজয় সত্ৰৰ প্ৰয়াত সত্ৰাধিকাৰ শ্ৰীজীৱদানন্দ গোস্বামীয়ে ধৰ্মীয় নানা কাম-কাজৰ মাজতো বিভিন্ন আলোচনী কাকতে-পত্ৰই নানা চিন্তা উদ্বেগকাৰী প্ৰবন্ধ পাতি লিখি জাতিৰ দিশ নিৰ্ণয় কৰি গৈছে। মায়ামৰা সমাজৰ শ্ৰীভাৰত চন্দ্ৰ দাসে 'মটক বুৰঞ্জী' লিখাৰ উপৰিও অন্যান্য বহু প্ৰবন্ধ-পাতিৰে জাতীয় সেৱা কৰি আহিছে। চাবুৱা কলেজৰ অধ্যাপ শ্ৰীতৰুণ বৰুৱাই মৰাণ-মটকৰ ওপৰত বহু মূল্যবান প্ৰবন্ধ লিখি জাতীয় সেৱা আগবঢ়াই আহিছে। শ্ৰীৰবীন বৰুৱা এগৰাকী গল্প লেখক আৰু কবি হিচাপে জনাজাত। এজন ভাল ব্যঙ্গ ৰচনা লেখক হিচাপে প্ৰতিষ্ঠিত শ্ৰীবৰুৱাই 'দোকমোকালিতে' নামৰ কবিতা সংকলন প্ৰকাশ কৰিছে। শ্ৰীৰবীন্দ্ৰ নাথ চেতিয়া এজন কবি তথা সাংবাদিক। শ্ৰীনবীন চন্দ্ৰ গোহাঁই এগৰাকী বিস্ময়ৰ লেখক। শ্ৰীকামিনী কুমাৰ গোহাঁই এগৰাকী নবীন কবি, গীতিকাৰ আৰু আলোচনী সম্পাদক। শ্ৰীদীপক কুমাৰ সেনাপতিয়ে 'আলোকৰ সন্ধান' সম্পাদনা কৰিছে। এজন কবি লিমাৰিক লেখক হিচাপে শ্ৰীৰুদ্ৰসিংহ মটক অসমৰ সুধী সমাজত জনাজাত। শ্ৰীভক্তিবৰ গোহাঁই এগৰাকী আধ্যাত্মিক লেখক হিচাপেও জনাজাত। সমাজসেৱক হিচাপে সুখ্যাত শ্ৰীগোহাঁইদেৱে মায়ামৰা সমাজ সংস্কৃতিৰ ৰূপৰেখাত লেখা আগবঢ়াইছে। লাইপুলিৰ শ্ৰীপেচপৰ গোহাঁইদেৱো এগৰাকী আধ্যাত্মিক লেখক। তেখেতে চুৎকিচন্দ্ৰ বংশাৱলী (পদ্য বুৰঞ্জী) সংকলন আৰু প্ৰকাশ কৰি উলিয়াইছে। বৰগুৰিৰ শ্ৰীইন্দ্ৰেশ্বৰ গোহাঁইদেৱে নিজান টৌ নামৰ উপন্যাস লিখিছে।

শ্ৰীসয়ম্বৰ ঘৰফলীয়া এগৰাকী নিষ্ঠাবান লেখক। সাপ্তাহিক নীলাচল, নাগৰিক, অগ্ৰদূত, দৈনিক জনমভূমি, আদি কাকতত তেখেতৰ চিন্তাগধূৰ লেখা প্ৰকাশ পাইছে। শ্ৰীনীলকান্ত দহোটীয়া এগৰাকী সুখ্যাত সমাজসেৱক আৰু লেখক। তিনিচুকীয়াৰ অতীত বুৰঞ্জীসম্পৰ্কে তেখেতে যথেষ্ট লেখা-মেলা কৰিছে। নিঃস্বাৰ্থ সমাজসেৱী চিন্তাবিদ শ্ৰীদহোতীয়া বিভিন্ন ক্ষেত্ৰত জাতিৰ প্ৰেৰণাদাতা হিচাপে আমাৰ মাজত আজিও জিলিকি আছে। কাকপথাৰৰ ৺মোহন শইকীয়াও এগৰাকী ভাল প্ৰবন্ধকাৰ। মৰাণ জাতিৰ ওপৰত গৱেষণালব্ধ বহু প্ৰবন্ধ-পাতি তেখেতে লিখি উলিয়াইছে। তেনেকৈ শ্ৰীৰবীন মৰাণ, শ্ৰীসুৰেন দহোতীয়া, উবন সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীবশিষ্ঠ গোস্বামী, মৰাণ সমাজৰ একোগৰাকী বিশিষ্ট সমাজসেৱা, শিক্ষাবিদ তথা লেখক। শ্ৰীৰবীন মৰাণে মৰাণৰ অতীত বুৰঞ্জী সম্পৰ্কে ইতিমধ্যে বহু লেখা-মেলাৰ জৰিয়তে

সাহিত্যসেৱা কৰি আছে। শ্ৰীসুৰেন দহোতীয়াই অন্যান্য প্ৰৱন্ধৰ লগতে এজন কবি হিচাপেও প্ৰসিদ্ধি লাভ কৰিছে। শ্ৰীফটিক বৰুৱা এগৰাকী শিক্ষাবিদ তথা সফল প্ৰৱন্ধকাৰ। মৰাণ, মটকৰ ওপৰত বহু প্ৰৱন্ধ লেখিছে। পেঙেৰী অঞ্চলৰ শ্ৰীৰবীন মৰাণ এজন সাংবাদিক তথা উদীয়মান লেখক। তেখেতৰ বহুতো লেখা বিভিন্ন আলোচনী/কাকতত প্ৰকাশ পাইছে। ধুলিজান (মাকুম) গাঁৱৰ শ্ৰীনিৰোদ মৰাণ এগৰাকী ভাল গল্প লিখক। বিস্ময়ৰ এগৰাকী নিয়মীয়া লেখক। মায়ামৰা সমাজৰ অন্যান্য লেখকসকলৰ ভিতৰত শ্ৰীযতীন মৰাণ, শ্ৰীলীলাম্বৰ দহোতীয়া, শ্ৰীমালভোগ বৰুৱা, শ্ৰীমোহন মৰাণ, শ্ৰীফটিক নেওগ, শ্ৰীকিৰণ ৰাজখোৱা, প্ৰকাশ ৰঞ্জন ঘৰফলীয়া, ভোগেশ্বৰ বৰুৱা, অলিপকুমাৰ বৰুৱা, ডালিম চন্দ্ৰ গোহাঁই, শ্ৰীযুত শশধৰ গোহাঁই এগৰাকী ভাল অধ্যয়নপুষ্ট লেখক। মৰাণ-মটক সম্বন্ধে বিভিন্ন প্ৰৱন্ধৰাজি তেখেতে লিখিছে। এগৰাকী সমাজ সেৱক তথা শিক্ষাবিদ হিচাপেও মায়ামৰা সমাজত পৰিচিত। চাবুৱা কলেজৰ অধ্যক্ষ শ্ৰীযুত দীনেশ চন্দ্ৰ দত্ত এগৰাকী শিক্ষবিদ চিন্তাবিদ তথা সু-সাহিত্যিক। বিভিন্ন আলোচনীত তেখেতৰ লেখা-মেলা সিঁচৰিত হৈ আছে।

ককাপথাৰৰ শ্ৰীযুতা হেমপ্ৰভা মৰাণ এগৰাকী অগ্ৰনি লেখিকা মায়ামৰা সমাজৰ মহিলাসকলৰ সমস্যাৰাজিৰ ওপৰত শ্ৰীযুতা মৰাণৰ বহু লেখা ইতিমধ্যে বহুতো আলোচনীত প্ৰকাশ পোৱাটো জাতিৰ বুৰঞ্জীৰ সম্পদ হৈ ৰৈছে। প্ৰয়াত লাৱণ্য গগৈ যে কেৱল এগৰাকী ভিন্নসুৰী লেখিকাই আছিল তেনে নহয় তেওঁ নাপাহৰা স্নেহ মোৰ নগাপাহাৰৰ আৰু মটক ৰাজবংশ নামৰ পুথি প্ৰকাশ কৰাৰ উপৰিও সংবাদ সেৱাও কৰি গৈছে। শ্ৰীমতী জ্যোতিমালা গোহাঁই এগৰাকী উদীয়মান কবি আৰু লেখিকা। স্বৰ্ণ ভাজনী এগৰাকী ভাল লেখিকা হিচাপে ইতিমধ্যে প্ৰতিষ্ঠিত হৈছে। প্ৰয়াত চন্দ্ৰা মৰাণ মায়ামৰা সমাজৰ মহিলা ৰাজনৈতিক কৰ্ম আৰু লেখিকা। তেওঁৰ প্ৰকাশিত পুথি হৈছে—অগ্নিশিখাৰ চিঠি, শ্ৰীমতী ৰুমি হাজৰিকা এগৰাকী সমাজসেৱীক, স্বভাৱ কবি হিচাপে খ্যাতি লাভ কৰিছে। শিশু সাহিত্যিক হিচাপে শ্ৰীমতী সৰলা চেতিয়া মায়ামৰা সমাজত পৰিচিত। শ্ৰীমতী জয়ন্তীবালা সেনাপতিয়ে মায়ামৰা সম্প্ৰদায়ৰ বিয়া নাম সংগ্ৰহ কৰি গ্ৰন্থ আকাৰে প্ৰকাশ কৰিছে। তাৰোপৰি অঞ্জুমণি চেতিয়া, ৰঞ্জুমণি গোহাঁই আদিও লেখিকা হিচাপে ভুমুকি মাৰিছে। মৰাণ-মটক সমাজৰ চৰকাৰ পুৰস্কাৰপ্ৰাপ্ত সাহিত্যিক হিচাপে শ্ৰীশ্ৰীকুমাৰ দহোতীয়া অসমৰ বিজ্ঞ সমাজত পৰিচিত। শ্ৰীদহোতীয়াৰ সাহিত্য কৰ্মৰাজিৰ স্বীকৃতি স্বৰূপে শ্ৰীপ্ৰফুল্ল মহন্ত নেতৃত্বাধীন চৰকাৰে একেৰাহে ১৯৯৬ আৰু ১৯৯৭ চনত প্ৰতিবাৰে ১০০০০.০০ (দহ হাজাৰ টকাকৈ) এককালীন সাহায্যৰ পুৰস্কৃত কৰাটো

মায়ামৰা সমাজৰ কাৰণেই গৌৰৱৰ কাৰক। তেখেতৰ সাহিত্য কৰ্মৰ ভিতৰত প্ৰকাশিত গ্ৰন্থসমূহ হৈছে—মৰাণ-মটক মায়ামৰা, মৰাণ জাতিৰ ৰূপৰেখা, ৰাধা-ৰুক্মিণী, প্ৰাচীন মটক ৰাজ্যৰ বুৰঞ্জী, মায়ামৰা বুৰঞ্জী, 'The History of Bangmara and Sadiya' ইত্যাদি। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত গৱেষণা কৰি থকা বিষয় হৈছে—'The Morans of Assam : A study of their society and social change' বিষয়ৰ ওপৰত। তাৰোপৰি বিভিন্ন লেখা কাকত, আলোচনীত সিঁচৰিত হৈ আছে। শিক্ষাবিদ, চিন্তাবিদ, বক্তা, সাহিত্যিক, বুৰঞ্জীবিদ হিচাপেও শ্ৰীদহোতীয়া মায়ামৰা তথা অসমীয়া সমাজ পৰিচিত।

চাবুৱাৰ এগৰাকী বিশিষ্ট সাহিত্যিক হ'ল দেৱকান্ত কাকতি। বাতৰি কাকতত তেখেতৰ চিন্তা উদ্বেগকাৰী লিখনিয়ে ইতিমধ্যে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। একেবাৰে নতুন প্ৰতিশ্ৰুতিপূৰ্ণ লেখকজন হৈছে শ্ৰীঘনকান্ত মৰাণ এম, এছ, ছি। তেওঁ ইতিমধ্যে মৰাণ মায়ামৰা সমাজৰ ওপৰত এখনি তত্ত্বগধুৰ গ্ৰন্থ আৰু বহু প্ৰবন্ধ লিখি মায়ামৰা সমাজলৈ প্ৰভূত অৱদান দিছে। অন্যহাতে তিনিচুকীয়াৰ চাংমাই গাঁৱৰ শ্ৰীআকাশ চেতিয়াই 'জীৱনৰ বিয়লি বেলাত' নামৰ এখন উপন্যাস লিখি প্ৰকাশ কৰিছে। উল্লেখ কৰিব পাৰি যে শ্ৰীচেতিয়া এসময়ৰ বিশিষ্ট সমাজকৰ্মী আৰু তিনিচুকীয়াৰ মহিলা মহাবিদ্যালয়ৰ অধ্যাপক প্ৰয়াত পদ্মেশ্বৰ চেতিয়াৰ পুত্ৰ। আমাৰ সমাজৰ তিনিচুকীয়াৰ বুৰঞ্জী হিচাপে খ্যাত শ্ৰদ্ধাৰ ব্যক্তিজন হৈছে—প্ৰয়াত নলিনীকান্ত দহোতীয়া। প্ৰয়াত নলিনীকান্ত দহোতীয়াদেৱে আজীৱন বিভিন্ন সমাজ কৰ্মত জড়িত থাকিও তিনিচুকীয়াৰ প্ৰাচীন ইতিহাস সম্বন্ধে বহুতো তথ্যসমৃদ্ধ প্ৰবন্ধ লিখি গৈছে। উল্লেখ কৰিব পাৰি যে প্ৰয়াত দহোতীয়া তিনিচুকীয়া জিলাৰ বহু অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হোৱাৰ উপৰিও সদৌ অসম মটক সন্মিলন, দহোতীয়া বংশাৱলী সভা আদিৰো জন্মদাতা স্বৰূপ। প্ৰয়াত নলিনীকান্ত দহোতীয়াৰ জীৱন আৰু কৃৰ্তিৰ ওপৰত মায়ামৰা সমাজে বহু কৰিবলগীয়া আছে। অন্যজন মৰাণ সমাজৰ শ্ৰদ্ধাৰ লেখক হৈছে—শ্ৰীযুত ৰবীন মৰাণ। আজীৱন শিক্ষাবিদ, সমাজসেৱক শ্ৰীযুত মৰাণদেৱে নিজৰ জীৱনৰ ওপৰত ভিত্তি কৰি 'জীৱন সংগ্ৰাম' নামেৰে এখনি গ্ৰন্থ লিখি সমাজৰ বহুতো কেৰোণ দাঙি ধৰিছে। তদুপৰি তেখেতে মৰাণ সমাজৰ ওপৰত বহুতো প্ৰবন্ধ-পাতি লিখি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। যি কি নহওক আমাৰ সমাজত ওপৰুক্ত লেখকসকলৰ বাদেও বৰ্তমানে বহুতো নতুন সাহিত্যিক, গল্পকাৰ ওলাইছে। কিন্তু সকলোৰে নাম তৎকালে সংগ্ৰহ কৰিব নোৱাৰাত ভৱিষ্যতে লেখাৰ প্ৰতিশ্ৰুতিৰেই সামৰিলো। □

# মায়ামৰা মৰাণ-মটক সমাজৰ কেইটামান উমৈহতীয়া সাংস্কৃতিক অনুষ্ঠান

সদৌ অসম মায়ামৰা সাংস্কৃতিক সমাজ অসমৰ মায়ামৰা বৈষ্ণৱ সমাজভুক্ত মটক-মৰাণ জনগোষ্ঠীৰ এক অন্যতম সামাজিক সাংস্কৃতিক সংগঠন। ইতিহাস প্ৰসিদ্ধ অথচ আজিও পিচপৰি থকা এই জনগোষ্ঠীৰ সাংস্কৃতিক আশা আকাংখ্যা বাস্তবায়িত কৰাৰ লক্ষ্যৰে ১৯৮৫ চনতে জন্ম লাভ কৰা 'সদৌ অসম মায়ামৰা সাংস্কৃতিক সমাজে' নানা প্ৰতিকুল পৰিস্থিতিৰ মাজতো এচাম অগ্ৰণী যুৱক-যুৱতী আৰু প্ৰগতিশীল সাংস্কৃতিক কৰ্মীৰ সহযোগত এক উন্নত বৌদ্ধিক পৰিবেশ সৃষ্টিৰ প্ৰয়াস কৰাৰ লগতে প্ৰাচীন মায়ামৰা সাহিত্য সংস্কৃতিৰ অনুসন্ধান, সংগ্ৰহ সংৰক্ষণ আৰু প্ৰচাৰ প্ৰসাৰৰ আশাশুধীয়া প্ৰচেষ্টা চলাই আহিছে। এই সাংস্কৃতিক সংগঠনে কেইবাখনো আপুৰুগীয়া সাঁচিপতীয়া পুথি বহুতো সমালোচনাৰ মাজতো প্ৰকাশ কৰাৰ উপৰিও মায়ামৰা সংস্কৃতি সম্পৰ্কীয় গ্ৰন্থ সম্ভাৰ প্ৰকাশ কৰি উলিয়াইছে। সামাজিক সাংস্কৃতিক বিকাশমূলক কেইবাখনো গুৰুত্বপূৰ্ণ আঁচনি গ্ৰহণ আৰু তাৰে সৈতে সংগতি ৰাখি স্থানীয় তিনিচুকীয়াৰ 'মায়ামৰা সাংস্কৃতিক প্ৰকল্প' নিৰ্মাণৰ ভূমি অধিগ্ৰহণ— সংগঠনটিয়ে ইতিপূৰ্বে লোৱা অন্যতম গুৰুত্বপূৰ্ণ পদক্ষেপ। মায়ামৰা জনগোষ্ঠীয়ে যাৱতীয় সাংবিধানিক ৰক্ষা কৱচ পোৱাৰ গণতান্ত্ৰিক দাবীৰ বহুল প্ৰেক্ষাপটত আলোচনাৰ সকলো সুযোগ দিব পৰাকৈ এই সংগঠনটিক এখন উমৈহতীয়া মঞ্চৰূপে ৰাইজৰ আগত তুলি ধৰা হৈছে। বিচ্ছিন্নভাৱে কোনো জনগোষ্ঠীৰেই সাংস্কৃতিক বিকাশ সম্ভৱ নহয়। সংস্কৃতি মানেই আদান-প্ৰদান, দিয়া-লোৱা, সমন্বয় সংমিশ্ৰণৰ এক ধাৰাবাহিক প্ৰক্ৰিয়া। গতিকে সকলো জনগোষ্ঠীৰ সৈতে এক অবিচ্ছিন্ন সৌহাদ্যপূৰ্ণ সংহতিৰ সম্পৰ্ক গঢ়ি তুলি মায়ামৰা সাংস্কৃতিক বিকাশৰ মহৎ উদ্দেশ্য ত্বৰান্বিত কৰি তুলিব পৰা হ'ব। 'সদৌ অসম মায়ামৰা সাংস্কৃতিক সমাজ' তেনে সমন্বয় সংহতিৰ মঞ্চৰূপে শক্তিমান হ'ব পাৰে। মায়ামৰা সাংস্কৃতিক সমাজৰ প্ৰধান লক্ষ্য হৈছে আমাৰ ঐতিহ্য পৰম্পৰাৰ মূৰকত বহুমূলীয়া সম্পদৰ ভেটিত পৰিবৰ্তিত সময়ৰ সৈতে খাজ খোৱাকৈ জনজীৱনক আলোড়িত কৰা নতুন দিনৰ সংস্কৃতিৰ সৌধ নিৰ্মাণ কৰা। এই লক্ষ্যৰে ৰচনা কৰা বাস্তৱমুখী আঁচনিৰ সফল ৰূপায়ণৰ দ্বাৰাই

মায়ামৰা সমাজৰ যাউতিযুগীয়া সংস্কৃতিয়ে বিশ্ব সংহতিৰ কাষত আসন লোৱাৰ যোগ্যতা অৰ্জন কৰিব পাৰিব। এই সাংস্কৃতিক সমাজৰ প্ৰতিষ্ঠাতা সম্পাদক শ্ৰীভূবন সিং দহোটীয়াৰ নিঃস্বাৰ্থ কৰ্তব্যনিষ্ঠাতেই যে এনে এটি বৃহৎ অনুষ্ঠানে কম সময়ৰ ভিতৰতে পৰিসৰ লাভ কৰাত সক্ষম হ'ল সেই কথা মায়ামৰা সমাজৰ প্ৰতিজন লোকেই কৃতজ্ঞতাৰে সোঁৱৰি থাকিব। শ্ৰীভূবনসিং দহোতীয়াৰ সৈতে প্ৰাথমিক প্ৰতিষ্ঠাতা সময়ত দেহে কেহে লাগি সহায় কৰাত ব্যক্তিসকলৰ ভিতৰত শ্ৰীসুশীল কুমাৰ গগৈ, শ্ৰীপেচবৰ গোহাঁই, ৺সোমেশ্বৰ বৰুৱা, শ্ৰীৰবীন বৰুৱা, শ্ৰীফটিক বৰুৱা, শ্ৰীসুশীল গোহাঁই, শ্ৰীবানেশ্বৰ ফুকন আৰু 'মায়ামৰা সমাজ সংস্কৃতিৰ ৰূপৰেখা' গ্ৰন্থৰ সম্পাদক শ্ৰীলীলাম্বৰ দহোতীয়া আদি অন্যতম। স্বাধীনোত্তৰ কালৰ 'মায়ামৰা হিত সাধিনী সভা'ৰ পৃষ্ঠপোষকতা বা সমৰ্থনতো বহুতো পুৰণি পুথি প্ৰকাশৰ যো-জা চলোৱা হৈছিল। অৱশ্যে লগে লগে মায়ামৰা হিত সাধিনী সভাই জাতীয় উন্নয়নৰ কামেৰে মায়ামৰা সমাজক বহু দিশত আগুৱাই নিয়াৰ সজ চেষ্টাত প্ৰবৃত্ত হৈছিল। সংস্কৃতি বিষয়ক মৰাণ সমাজৰ অনুষ্ঠানটি হ'ল—'সদৌ অসম মৰাণ কলা-কৃষ্টি বিকাশ কেন্দ্ৰ'। ইয়াৰ মুখ্য কাৰ্যালয় আছে ডুমডুমাৰ ওচৰৰ ৰূপাইত। অনুষ্ঠানটি স্থাপিত হয় ১৯৯২ চনত আৰু ইয়াৰ পঞ্জীয়ন নম্বৰ হৈছে—৩৩৫০। এই বিকাশ কেন্দ্ৰৰ দ্বিতীয় দ্বিবাৰ্ষিক অধিৱেশন অনুষ্ঠিত হয় কেন্দ্ৰৰ প্ৰেক্ষাগৃহত ১৯/১/৯৭ চনত। পৰম জাতীয় দায়বদ্ধতাৰে দায়িত্ব পালন কৰা কেন্দ্ৰৰ তেতিয়াৰ সভাপতি শ্ৰীথুলেশ্বৰ চুতীয়া আৰু গতিশীল সম্পাদক শ্ৰীমোহন মৰাণ আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ। এটা সুন্দৰ সাংস্কৃতিক বহল মনৰ অধিকাৰী শ্ৰীমোহন মৰাণে যে কেৱল এই কেন্দ্ৰৰ জৰিয়তে জাতীয় সেৱা কৰি আহিছে এনে নহয় সদৌ অসম মৰাণ ছাত্ৰ সন্থা আৰু অসম মৰাণ সভাৰ ১৯৯৯-২০০০ চনৰ সময়ছোৱাত সভাখনৰ মুখপত্ৰ সম্পাদক ৰূপে তেওঁ জড়িত আছিল। সেই কালছোৱাত মই আছিলো অসম মৰাণ সভাৰ সভাপতি। সেয়ে ওচৰৰ পৰা মই প্ৰত্যক্ষ কৰিছিলো সভাত তেওঁ ৰখা বক্তব্যসমূহ। সমূহ বক্তব্যতে ফুটি উঠিছিল মানুহজনৰ কৰ্মৰ প্ৰতি আন্তৰিকতা আৰু প্ৰবল জাতীয় উন্নতি। বিতৰ্কিত সভাত তেওঁ মন্তব্য ৰাখিছিল সত্যৰ প্ৰতিহে কাৰো প্ৰতি আক্ৰোশমূলক ভাব ৰাখি নহয় বা কাৰো ব্যক্তিগত প্ৰলোভনত পৰি নহয়। সুন্দৰ মনৰ শ্ৰীমৰাণ দেৱে ১৯৯৯ চনৰ ২৮/২৯ ছেপ্তেম্বৰত অসম মৰাণ সভাৰ প্ৰতিনিধি সভাত অসম মৰাণ সভাৰ সভাপতি ৰূপে শ্ৰীশ্ৰীকুমাৰ দহোতীয়াক প্ৰস্তাৱ কৰিছিল। □

# গ্ৰন্থাকাৰে আলোচনা কৰা কিতাপৰ কিছু তালিকা


১। The Mataks and their Kingdom—Castes & Tribes of Assam : Its Edition 1985 —S. Dutta

২। A History of Assam Second Edition Reprint 1962 —Sir Edward Gait

৩। Assam in the days of the Company (1826-1858) —H. K. Borpuzari

৪। The Annexation of Assam 1975 —R. M. Lahiri

৫। Anglo-Assamese Relations —S. K. Bhuyan

৬। TUNGKHUNGIA BURANJI —S. K. Bhuyan

৭। Ahom-Tribal Relations —Dr. L. Devi

৮। শদিয়াৰ বুৰঞ্জী —ভবানন্দ বুঢ়াগোহাঁই

৯। ৰজা আৰু ৰাজনগৰ —লাবণ্য গঁগৈ

১০। অসম বুৰঞ্জী —ড° লক্ষ্মীপ্ৰসাদ দেৱী

১১। ভাৰত বুৰঞ্জী —সদানন্দ সিংহ

১২। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ —ড° সূৰ্য্যকুমাৰ ভূঞা

১৩। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলন আৰু অসম —ড° ইন্দ্ৰাণী বৰুৱা

১৪। ৰাজনীতজ্ঞ কীৰ্তিচন্দ্ৰ বৰবৰুৱা —যোগেন দত্ত

১৫। মৰাণ মটক মায়ামৰা —শ্ৰীশ্ৰীকুমাৰ দহোতীয়া

১৬। মৰাণ জাতিৰ ৰূপ-ৰেখা —শ্ৰীশ্ৰীকুমাৰ দহোতীয়া

১৭। শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ —শ্ৰীশ্ৰীকুমাৰ দহোতীয়া

১৮। অন্যান্য প্ৰাসঙ্গিক, নানা আলোচনী আৰু বাতৰি কাকত আদি।